# মুকুতা-মালা



শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা

# ভুল-শুধৰণি

| পৃষ্ঠা | কবিতাৰ নাম | ভুল | শুদ্ধ |
|---|---|---|---|
| ১১ | ধৰা | যৌবন | জীৱন |
| ১২ | চন্দ্ৰ | বীৰাঙ্গনা | বাৰাঙ্গনা |
| ১৩ | কামদেৱ | পদুল | পদুম |
| ১৬ | তীৰ্থ | মন্দিৰ | দুৱাৰ |
| ২৮ | বাল্মীকি | চিৰন্তণ | চিৰন্তন |
| ২৯ | ভ্ৰমৰ | পটিল | জটিল |
| ৩৬ | মাধৱ কন্দলি | সাতেস'ৰ | সাতেশৰী |
| ৫৯ | মাৰ্ঘাৱক | খোপ | খোপা |
| ৮৩ | | ১২৫ | ৮৩ |
| ৮৪ | | ১২৬ | ৮৪ |
| ৯৬ | ইৰাণী | বেদনাৰ | বেদনাৰ |
| ৯৮ | কলি | উচ্ছাসিত | উচ্ছ্বসিত |
| ১০২ | ভাওনা | চাইচাণে | চাইচানে |
| ১০৪ | পৰা-পতনীয়া | চিবুক-লুইত | চিবুক-লুইতৰ |
| ১০৫ | চকুধা | কুকনে | ফুকন |
| ১১২ | জীৰ্ণফুল | কালে | কালে |
| ১২৫ | | ১২৭ | ১২৫ |
| ১২৬ | | ১২৮ | ১২৬ |

(অনুগ্ৰহ কৰি পঢ়াৰ আগতে শুধৰাই লব।)

# মুকুতা-মালা

[ আঠৈ-শ অষ্টপদী ]

প্ৰণেতা
শ্ৰীঅতুলচন্দ্ৰ হাজৰিকা বি-এল, বি-টি
উজান বজাৰ
গুৱাহাটী

প্ৰকাশক আৰু ছপা-কৰোঁতা
শ্ৰীখগেন্দ্ৰনাথ দত্ত বৰুৱা
জয়ন্তী আৰ্ট প্ৰেছ, গুৱাহাটী

১ম তাঙৰণ
১৮৬৩ শক

বেচ ॥৵০ অনা

একেটি মাথোন ভাই

# স্বৰ্গীয় প্ৰতুলচন্দ্ৰ হাজৰিকাৰ

শোক-স্মৃতিত :—

আছিলি পিচত মোৰ, হলি কিন্তু আগুৱান,
কলিতেই মৰহিলি—উৰি গলি পুষ্পপ্ৰাণ।
নাই মোৰ সোণ-ধন, আশীৰ্ব্বাদ কমলাৰ,
আছে মাথোঁ উপবন—তপোবন কবিতাৰ
ৰাশি ৰাশি কবিতাৰ ফুলে ফুল জাতিকাৰ
সেয়ে ষোড়শোপচাৰ ভাৰতীৰ বন্দনাৰ।
তোৰ নামে গাঁথা তাতে এইবাৰ মুক্তাহাৰ,
ভাই মোৰ! বন্ধু মোৰ!! দেৱ-দূত কল্পনাৰ!

—— ——

# মুকুতা-মালা

## মুকুতা-মালা

বাণীৰ পুজাত ৰহি ধ্যানমগ্ন হৈ
আৰাধোঁতে চৰণ দুখানি,
শুনিলো এদিন মই নেপুৰৰ ধ্বনি
আছে কোন দশোদিশ জিনি !
যেতিয়া মেলিলো চকু নেদেখিলো কাকো
ভাগ্য ভাল—লভিলোঁ নিৰ্মালি,
এধাৰি মুকুতা-মালা কবিতা-বাগাৰ
আথেবেথে ৰাখিলো বুটলি ।

---

## সাধনা

জনমভূমিৰ চৰণ চুমি
কৰিম আমাৰ জীৱন ধন্য,
মাতৃ-মন্দিৰত আৰতি কৰি
লভিম সৱাই পৰম পুণ্য।
এয়েই সাধনা জীৱনৰ ব্ৰত
জনমভূমিৰ চৰণ-সেৱা,
এয়ে মহাধৰ্ম্ম— মাতৃৰ কাৰণে
জীৱন যৌৱন আহুতি দিয়া।

—— ——

## মাতৃ

দেশে দেশে ভাই তিকতা পায়
পায় বাৰী-ঘৰ—
এই পৃথিৱীত এজনাহে কিন্তু
মাতৃ মৰমৰ।
গোটেই বিশ্বৰ মৰম-মাধুৰী
নমালেও হায়—
মাতৃৰ মৰম অতি অনুপম
তুলনাই নাই।

————

# মাতৃ-ভূমি

মাতৃৰো যিজনা মাতৃ সেয়ে মোৰ দেশ—
নাই যাৰ মহিমাৰ গৰিমাৰ শেষ।
মাতৃ আৰু মাতৃভূমি নাই ব্যৱধান
দুয়ো স্বৰ্গ—দুয়ো গৰ্ব্ব ধন্য মোৰ প্ৰাণ।
পান কৰি স্তন্যধাৰা বুকুৰ অমৃত
জীৱন সাৰ্থক মোৰ চিত্ত পুলকিত।
স্বৰ্গাদপি গৰীয়সী করুণা-ৰূপিনী
জননী জনমভূমি জাগ্ৰতা গোসানী

---

# মাতৃ-ভাষা

উপজি পৰোতে যি মাত শুনোতে
কাণত বৰষিলে মউ—
উথলি উঠিল থউকিবাথউ
মন্দাকিনীৰ ঢউ।
মাতৃৰ মুখেদি মাতৃভাষা মোৰ
প্ৰথমে প্ৰকাশ হল—
অমিয়া বৰষা বীণাৰ ঝঙ্কাৰ
কাণত বাজিয়ে ৰল।

---

## চতুৰ্ভুজ

এহাতে শঙ্খ— সুমঙ্গল ধ্বনিৰে
ৰচিত অমৃত-বৃষ্টি,
আন হাতে চক্ৰ— অসুৰ বিনাশ
ঝলকে অগ্নি-দৃষ্টি।
এহাতে গদা— প্ৰলয়-প্ৰমাদ
অধৰ্ম্মৰ বুন্দামাৰ,
আন হাতে পদ্ম— পদ্মপাণি হৰি
যুগে যুগে অৱতাৰ।

———

## সাৰথি

কুৰুক্ষেত্ৰলৈ আহিছো যেতিয়া
আকতো নকৰো ভয়,
থাকোতে লগত জীৱন-সাৰথি
হবই লাগিব জয়।
মায়া-আৱেশত যেতিয়া হাতৰ
গাণ্ডীৱ পৰিব সৰি
পাম উদ্দীপনা গীতাৰ প্ৰেৰণা
মায়া-মোহ যাব উৰি।

———

## প্ৰাৰ্থনা

অন্ধকাৰ বাট ধুৰলিকুৰলি
চকুৰে দেখিছে ভুল,
কৃপা ক'ৰ তুমি জগতৰ স্বামী
ফুলোৱা পদুম ফুল।
অকলশৰীয়া জনমদুখীয়া
লগভাগ কোনো নাই ;
আহা, আহা মোৰ জীৱন-বান্ধৱ !
নিয়া বাট দেখুৱাই।

———

## নিবেদন

লাওলোৱা মই বাটৰ ভিকহু
ভৰা মোৰ নিবেদন—
লবলই লাগে, খাবলই লাগে,
লাগে প্ৰিয় পৰিজন।
আৰু কিমান লাগে অন্ত নাই
কিন্তু শেষ নিবেদন—
লাগে মোক প্ৰভু ! চৰণ তোমাৰ
সেয়েহে পৰম ধন।

———

## সৌৰ-জগৎ

সুবুজো মহিমা সৌৰ-জগতৰ
অপূৰ্ব্ব বান্ধন তাৰ,
গ্ৰহ-দেৱতাই পাতিছে মণ্ডল
ৰাশিচক্ৰ গোলাকাৰ।
ঘূৰে অবিৰাম নিজৰ কক্ষত
নহয় বাটৰ ভুল,
কৰ্ত্তব্য সাধন বিধিৰ বিধান
সেয়ে জীৱনৰ মূল।

## ৰবি

জবাকুসুমৰ সদৃশ সুন্দৰ
কাশ্যপেয় মনোহৰ,
আন্ধাৰৰ অৰি পাতক সংহাৰি
উদ্ভাসিছা দিবাকৰ!
সৌৰ-জগতৰ কেন্দ্ৰতে বহিছা
হাতত স্নেহৰ জৰী
যত গ্ৰহ তৰা আৰু বসুন্ধৰা
ৰাখিছা শূন্যতে ধৰি।

---

# সোম

সোমদেৱ তুমি বৰণ তোমাৰ
দিব্যশঙ্খ তুষাৰৰ প্ৰায়,
শশীৰ ৰথৰ শশ-মৃগ চাই
মন-প্ৰাণ জুৰ পৰি যায়।
ক্ষীৰ-সাগৰৰ উদৰত থাকি
কৰিছিলা তুমি জন্মস্থান,
জটাধাৰী শম্ভু কৰি ললে বন্ধু
দিলে নিজ মুকুটত স্থান।

---

# মঙ্গল

ধৰণীৰ গৰ্ভজাত হে মঙ্গল গ্ৰহ!
বিদ্যুৎপুঞ্জৰ প্ৰভা—
ৰক্ত কলেৱৰ শক্তি-অস্ত্ৰধৰ
অপৰূপ তৱ শোভা।
বিজ্ঞানে তোমাক জুপিছে সদায়
নিচেই কাষতে পাই,
কিমান ৰহস্য ৰাখিছা লুকাই
তাৰ ভেদ পোৱা নাই।

---

# বুধ

শশীৰ নন্দন বুধ শ্যাম বৰণীয়া
প্ৰিয়ঙ্গু লতাৰ দৰে—
শান্ত শিষ্ট সৌম্য মূৰ্ত্তি, ৰূপ অপ্ৰতিম
নয়ন সাৰ্থক কৰে।
সৌৰ-জগতত লভি বিশিষ্ট আসন
নিজৰ কক্ষত ৰই
কূৰ্চ্চ্‌ট কপট একো ৰখা নাই তুমি
আছা মাথোঁ তুষ্ট হই।

——

# বৃহস্পতি

দেৱতাৰ গুৰু তুমি বৃহস্পতি
ঝলকে কনক কান্তি—
দৈৱ নৰ ঋষি তোমাক দৰশি
গুচায় মনৰ ভ্ৰান্তি।
তুমি যদি থাকা গুৰিত সহায়
নাই তেনে একো ভয়,
ধনে-ধানে ভৰা কৰা বসুন্ধৰা
হয় দশোদিশে জয়।

———

## শুক্র

হিম, কুন্দ আৰু মৃণালৰ দৰে
শুভ্ৰ, সৌম্য সুকোমল
দৈত্যসকলৰ গুৰু শুক্ৰাচাৰ্য্য
প্ৰতিভাত সমুজ্জ্বল।
সৰ্ব্বশাস্ত্ৰবিদ দয়ালু ভাৰ্গৱ
সকলোকে সম দৃষ্টি
দেৱতা দানৱ নকৰা বিচাৰ
আশীৰ্ব্বাদ কৰা বৃষ্টি।

---

## শনি

নীলাঞ্জনে যাৰ শৰীৰ ৰঞ্জন
ছাঁয়া গৰ্ভজাত—
ৰবিৰ নন্দন অতিকে ভীষণ
বিশ্বত বিখ্যাত।
আঠোটা জোনৰ পিন্ধি কণ্ঠহাৰ
সুশোভিত কলেৱৰ,
তোমাৰ ভয়ত কঁপে সকলোৱে
মহাগ্ৰহ শনৈশ্বৰ।

---

## ৰাহু

অৰ্দ্ধকায় মহাঘোৰ পূৰ্ব্বতে অসুৰ
সিংহিকাৰ সুত।
ভুঞ্জি সুৰগৰ সুধা, ক্ষুধা পলুৱাই
ৰূপ অদভুত।
মুণ্ডচিল আজিলকে পেটৰ পোৰণি
দুৰ্দ্দান্ত প্ৰকৃতি—
চন্দ্ৰ-সূৰ্য্য গ্ৰস্তমান তোমাৰ ভয়ত
বহুবি দুৰ্গতি।

## কেতু

ধোঁৱা বৰণীয়া বিকট শৰীৰ
ভয়ঙ্কৰ মূৰ্ত্তিধাৰী—
ক্ৰূৰ কেতুগ্ৰহ! নিষ্ঠুৰ নিৰ্ম্মম
চন্দ্ৰৰ ভীষণ অৰি।
অমৃত ভুঞ্জিলা দেৱত্ব লভিলা
দৈত্য ভাব নগল গাৰ,
বক্ৰ দৃষ্টি কৰি ৰাশি চক্ৰ চাই
কৰা কিয় তোলপাৰ।

## তৰা

তৰাই তৰাই ওৰে নিশা বাক
কিহৰ বিয়নী মেল,
চকু পচাৰতে বহি পলকতে
খেলিছে কিহৰ খেল ?
আছে জানো তাত সৃষ্টিৰ ৰহস্য
বিজ্ঞানে নোপোৱা অন্ত—
ভাবকাৰ কুল নিজে বিয়াকুল
মোকনো কি দিব মাত ?

---

## ধৰা

মনতে পৰাবেপৰা অ' মোৰ শুৱনি ধৰা !
তোমাকে ভাবিছো স্বৰ্গ,
এই যে যৌৱন মোৰ তোমাতে পৰিব ওৰ
তোমাৰ ধূলিতে গৰ্ব্ব ।
যতমানে জন্তু জীৱ তোমাৰ বুকুতে থিয়
তৰু লতা অপ্লাৱিত
সহি সকলোৰে ভাৰ আনন্দত নাই পাৰ
ধন্য বসুধাৰ চিত ।

---

# সূৰ্য্য

পুৱাতে সূৰ্য্যই তূৰ্য্য বজাই
জীৱন ৰণৰ দিয়েহি তান—
মানুহক কয়— নকৰিবা ভয়
হেৰা কৰ্ম্মযোগী, গোৱাহি গান।
আগত তোমাৰ অসীম কৰ্ত্তব্য
সুখে দুখে ভৰা গোটেই দিন,
পোৰণিয়ে জুৰণি অগ্নিৰ বাটত
এৰিব লাগিব ৰণৰ চিন।

---

# চন্দ্ৰ

স্নিগ্ধ সুশীতল হই সুধাংশু লই
চন্দ্ৰ আহে মন্দ্ৰ বজাই
স্বৰ্গৰ পদূলি সউ উদুলিমুদুলি
হিমবালা তোৰণ সজায়।
সমানে সবাৰে প্ৰতি মিচিকি হাঁহিটি,
স্নিগ্ধ কিৰণ কৰে বিতৰণ,
ফুলনি এৰা-বাৰী বঁৰিয়াজনা পুৰনাৰী
পায় সমানে আলিঙ্গন।

---

## ইন্দ্ৰ

মেঘৰ দেৱতা ইন্দ্ৰ। তুমি দেৱৰাজ
কিহেতু আদৰি ললা ভীৰুতাৰ সাজ?
যুগে যুগে দেৱতুমি দৈত্যৰ গ্ৰাসত,
অসুৰৰ পদদাপ তোমাৰ বুকুত।
বিলাসত বুৰি থাকা অপ্সৰা সঙ্গত
অপমান শিৰত্ৰাণ—লাঞ্ছনা ভাগ্যত।
নহুৰ সিদৰে বলে শোভি স্বৰ্গভূমি
দধিচীৰ অস্থি-বজ্ৰ—অধিকাৰী তুমি।

———

## কামদেৱ

বিশ্ববিজয়ী হেৰা কামদেৱ!
কাৰেণ্ড-কুটীৰ তোমাৰ বশ,
যোগী মহাদেৱ, পঞ্চমুখ ব্ৰহ্মা,
নোৱাৰে নেগাই তোমাৰ যশ।
নাই জাতি কুল, বয়স নিৰ্ম্মূল
পঞ্চশৰৰ পৰশ পালে,
হাঁহিত তোমাৰ অগনি জ্বলে
ভস্মত পুনৰ পদুল ফুলে।

———

## নন্দন-বন

নন্দনবনত মই পিন্ধিম চন্দন
ইন্দ্ৰ হম নিজ বাহুবলে,
অপ্সৰাই দিব গাথি মন্দাৰৰ মালা
মন্দাকিনী বব পদতলে।
ৰূপহী কল্পনা হব ৰাজেন্দ্ৰানী শচী
ৰাণীপদ ছুয়ো আৰাধিম,
কবিতাৰ পাৰিজাত ফুলাম ধৰাত
সকলোকে হাতে হাতে দিম।

———

## কল্পতৰু

কল্পতৰু গছ আছে কবি-কল্পনাত
ইন্দ্ৰৰ নন্দনবন,
কালিদাসে দেখুৱাব শকুন্তলা মেলি
বাল্মীকিয়ে ৰামায়ণ।
সসাগৰা বসুন্ধৰা দিব মোকে দান
মনমোহা তপোবন,
ৰজাৰ কাৰেঙ নতু দুখীয়াৰ পজা
নাই একো অনাটন।

———

## মন্দাকিনী

কুলু কুলু মন্দাকিনী নন্দনত বয়
অপেস্বৰা কৰে তাত স্নান,
তাৰে এটি সুঁৰ আছি মোৰ হৃদয়তো
কলকণ্ঠে তোলে কুলু তান।
নাছৰি সাঁতুৰি তাতে ভাগৰি-জুগৰি
কবিতাৰ কুঁৱৰীসকল,
মোৰ সতে নিজ্ঞানতে কৰি কত খেলা
যাচি দিয়ে কনক কমল।

---

## কামধেনু

কামধেনু এই সোণৰ ভাৰত
যি বিচাৰা তাকে পায়,
অসুৰৰ দলে আহি দলেবলে
সুটি নিবলই চাই।
জাহাজে জাহাজে সোণৰ চালান
সাগৰ সিপাৰে যায়,
চকুলো টুকিছে আই সুৰভীয়ে
দেখিও নেদেখো হায়।

---

# তীৰ্থ

বহু মানৱৰ পদধূলি পৰি
সৃষ্টি হয় মহাতীৰ্থ,
ভেদাভেদ কৰি মন্দিৰ জপালে
মহিমা যে তাৰ ব্যৰ্থ।
মানুহকে পূজা কৰিব জানিলে
সকলো দেৱতা পায়,
মানুহক ঘিণাই দেৱতাক পূজিলে
পূজাৰ অৰ্থই নাই।

---

# মন্দিৰ

নেলাগে মচিব মন্দিৰৰ বেদী
নেলাগে গুচাব ধূলি,
অন্তৰতে তমু দিব্য মণিকুট
গুচোৱা তাৰেই মলি।
ঘিঁউচাকি লই মন্দিৰত গই
নেলাগে আৰতি গাব,
হিয়াতে জ্বলোৱা ভকতি-প্ৰদীপ
দেৱতা সন্তুষ্ট হব।

---

# স্বৰ্গ

স্বৰ্গ বেলেগে নাই কল্পনাতে স্বৰ্গ
জানিলে বিচাৰি পায়,
গঢ়িব জানলে ভাই এই পৃথিবীয়ে
পৰম সুখৰ ঠাই ।
মানুহক মৰম বিলাব জানিলে
মানুহে দেৱতা হয়,
লোকৰ কাৰণে প্ৰাণ দিব জানিলে
মৰণো আঁতৰি ৰয় ।

---

# জন্মভূমি

স্বৰ্গতো অধিক তুমি জননী জনমভূমি
অ মোৰ অসমী আই ।
গোটেই বিশ্বৰ মাজে বাজিছা অপূৰ্ব সাজে
নাই এনেখনি ঠাই ।
আবাধ তোমাৰ মাটি, আবাধি তোমাৰ পানী
জীৱন কৰিম শেষ,—
ঘূৰি ঘূৰি জন্ম লই তোমাকে সেৱিম মই
অ' মোৰ চিকুণী দেশ ।

---

# স্বাধীনতা

অমৃতৰ পুত্ৰ মই স্বাধীন মানুহ
স্বাধীনতা কাম্য ধন,
সেয়ে জীৱনৰ পণ, হলে প্ৰয়োজন
দিম প্ৰাণ বিসৰ্জ্জন ।
স্বাধীনতা হেমহ'ব নেওচি নলওঁ
অধীনতা নাগপাশ,
মুক্ত মন, মুক্ত প্ৰাণ, স্বাধীন সদায়
নহওঁ লোকৰ দাস ।

———

# জাতীয়-পতাকা

তিনি বৰণীয়া জাতীয়-পতাকা !
কৰো নমস্কাৰ,
সম্পদে দুৰ্য্যোগে চিৰকালে তুমি
হোৱা জাতিস্কাৰ ।
কুণ্ডিল কৰাচি কাশ্মীৰ কুমাৰি'
কৰ্'ৰ এক প্ৰাণ —
আকাশত উৰি নাচি থাকা ঘূৰি
জাতীয় নিছান !

———

## যঁতৰ

সৃষ্টি-পাতনিতে জন্ম যঁতৰৰ
সুদৰ্শন চক্ৰ হই,
কুৰু-পাণ্ডৱৰ যুজত আছিল
পাঞ্চজন্যৰ আঁৰত ৰই।
অসমতো ইয়াৰ জনম কাহিনী
খ্ৰীষ্ট-পূৰ্ব্বৰ কথা,
আজিও চলায় অহিংস সংগ্ৰাম,
গুচায় পেটৰ ব্যথা।

— —

## খাদৰ

খাদৰ তোক আদৰ কৰোঁ
মূৰত তুলি লই,
দুখুনী আয়ে কটনা কাটি
যতনাই দিছে বই।
বাৰীত আছে কপাহ গছ
ঘৰত আছে শাল,
ইয়াৰ পৰাই স্বৰাজ হ'লে
হয় কিমান ভাল!

———

# দাসীপুত্ৰ

জননী যে মোৰ লোকৰ দাসী
দাসীপুত্ৰ মই,
সেইবাবে যদি দোষ দিয়া মোক
নাই কৰলই।
যদিও এদিন ৰাজৰাণী মোৰ
আছিল জননী,
কলে কিনো হব— আজি সেই কথা
অতীত কাহিনী।

# সুতপুত্ৰ

সুত কিম্বা সুতপুত্ৰ যিয়েকি নহওঁ
সেই কথা কেলেই লাগিছে,
জন্ম-অধিকাৰ মোৰ নাছিল হাতত
দৈবে তাক নিজেহে কৰিছে।
আছে কিন্তু বাহু-বল কৰায়ত্ব হই
লম তাৰে যত ন্যায্য ধন,
পৰ্ব্বত ভাঙিম মই—ৰুধিম সাগৰ
তুচ্ছ মোৰ নহয় জীৱন।

———

## বন্দীৰ জননী

কোলেই লাগিছে বাজ-সুখ মোক
পুত্ৰ মোৰ ৰাজবন্দী,
প্ৰহ্লাদ-জননী জনম-দুখুনী
কয় তাকে কান্দি কান্দি।
ভাঙি কাৰাগাৰ লভিব উদ্ধাৰ
যিদিনা পুত্ৰই মোৰ,
সিদিনাহে মই ৰাজৰাণী হম
দুখৰ পৰিব ওৰ।

## ভিখাৰিণী

কোন সি ৰমণী হই পাগলিনী
দুৱাৰে দুৱাৰে ঘূৰে—
কৰ অনাথিনী সেই ভিখাৰিণী
ঝৰ ঝৰ চকুলো জৰে!
আছি গুচি গল, পদূলিৰপৰা
দিলো মই পঠিয়াই,
এতিয়াহে হায় চিনিপালো চাই
মোৰে যে হাৰলী আই!

— — — —

# শিৱসাগৰ

শিৱসাগৰৰ সোণৰ কলচি
তিৰবিৰ কৰি আজিও জ্বলে
মান মৰাণেও নোৱাৰিলে বলে
শত্ত ধুমুহাই জোকাৰি চালে।
এইদৰে আৰু ৰব কত দিন
হলে অসমীয়া শকতিহীন,
এই সাগৰতে কৰি মুক্তি-স্নান
বজাব লাগিব জাতীয় বীণ

— — · —

# জয়সাগৰ

জয়সাগৰৰ আছে জয়দল
কিন্তু পুৰোহিত পূজাৰী নাই,
নিমাত নিতাল নিজঙ্গাল পাব
অকলই মই কুবিলো চাই।
আহাঁ মাতৃভক্ত ৰজা ৰুদ্ৰসিংহ!
ভকতি-অঞ্জলি হাতত লই,
জয়া আছে বই আশীৰ্বাদ থই
তেজেৰে শৰীৰ ৰাঙলী কই।

———

# কাৰেংঘৰ

সোণোৱালি অতীতৰ ধ্বংসস্তূপ কাৰেংঘৰ !
মহাতীৰ্থ তই মোৰ,
স্বাধীন অসমৰজা আৰু অসমীয়া প্ৰজা
আছিল আপোন তোৰ ।
ৰজা নাই, প্ৰজা নাই, সেই বেজাৰতে হায়
জহিখহি যাব তই ;
ময়ো মৰোঁ। দেই পুৰি তোকে চাই ঘূৰি ঘূৰি
সপোন বাতৰি লই ।

---

# ৰংঘৰ

ৰংপুৰৰ ৰংঘৰ পৰি আছে সুদা হই
স্বৰ্গদেৱ ডাঙৰীয়া দল
নাহে ৰং চাবলই বুঢ়ীবী লিগিৰী আৰু
ডাগে ডাগে বিষয়াসকল !
স্বাধীনতা ৰাজদণ্ড যিদিনা হৰিলে আনে
ৰংপুৰ শোকেযে ভৰিল,
সেইটি ছবিকে লই ৰংঘৰ আছে বই
হাঁহি-মাত সকলো হৰিল ।

---

# বৰদোৱা

অসমৰ ধৰ্ম্মগুৰু শ্ৰীশঙ্কৰদেৱৰ
বৰদোৱা জনমস্থান—
শঙ্কৰ শিলিখাজুপি আজিও জিলিকে
পদ-শিলা বিৰাজমান ।
আকাশী-গঙ্গাৰ সোঁত কুলু কুলু বয়
কিন্তু হায় সকলো যে ব্যৰ্থ,
পোৱা নাই অসমীয়া অলপো প্ৰেৰণা
চিনা নাই সঞ্জীৱনী তীৰ্থ ।

---

# বেহাৰ

অসম-গৌৰৱ বিক্ৰম-আদিত্য
মহাৰাজ নৰনাৰায়ণ—
বেহাৰতে এই গঢ়ি তুলিছিল
অসমৰ জাতীয় জীৱন ।
আজি এই ঠাই অসমত নাই
বেহাৰৰ ৰজা আমাৰ পৰ,
কাল-দেৱতাই দিলে অভিশাপ
হল খানবান সুখৰ ঘৰ ।

---

## উমানন্দ

পানীৰ মাজত সউ পাতি যোগাসন
হে মহাভৈৰৱ।
উমাৰে আনন্দ তুমি নোহোৱা কেৱল
আমাৰো গৌৰৱ।
মহাবাহু লোহিত্যই পখালে চৰণ
নাচিছে উৰ্ব্বশী—
কামদেৱে পুনৰ্জ্জন্ম লভিলে ইয়াতে
তোমাকে দৰশি।

---

## কামাখ্যা

প্ৰাগজ্যোতিষৰ গোসানী কামাখ্যা
শক্তিপীঠ অসমৰ,
অভ্ৰভেদী শিৰ শুৱনি মন্দিৰ
সউ নীল পৰ্ব্বতৰ।
শক্তি-স্বৰূপিনী থাকোঁতে জননী
অসমীয়া শক্তিহীন—
এতিয়াও ভাই আহাঁ আগবাঢ়ি
আগত উজ্জ্বল দিন।

---

## বশিষ্ঠ

সন্ধ্যা-ললিতা-কান্তা তিনি ভনী মিলি
ত্রিধাৰাৰে পানী আনে তুলি,
বিধে বিধে ছয় ঋতু সজায় অঞ্জলি
হে মহৰ্ষি! চোৱা চকু মেলি।
প্ৰদানিলা যি মন্ত্ৰ শ্ৰীৰামচন্দ্ৰক
সেই মন্ত্ৰে অসম জাগক,
অৰুন্ধতী কাণ পাতি শুনক আথান
ঘৰে ঘৰে অমৃত দিয়ক।

---

## পোৱা-মক্কা

যিখনি দেশত হিন্দু মুছলমান
অতি মৰমৰ ভাই
সেইখনি দেশ সোণৰ অসম
ভ্ৰাতৃৰ বিৰোধ নাই।
হাজোৰ বুকত চোৱা পোৱা-মক্কা
বৈকুণ্ঠত বেহেস্ত যেনে,
ইমান পবিত্ৰ ইমান সুন্দৰ
নাই আৰু দেশ এনে।

---

# চাৰি-সত্ৰ

অসমৰ চাৰি-সত্ৰ চাৰিটি দুৰ্গৰ প্ৰায়
সুপৱিত্ৰ আৰু সুবিখ্যাত—
বন্দো মই কাব্য-ছন্দে গড়মূৰ. কুৰুৱাবাহী
আউনিআটি. দক্ষিণপাট !
গোসাই-ঈশ্বৰে যদি বোৱাই প্ৰেমৰ নদী
কৰে পুন্ন অসম প্লাৱিত,
সাহিত্য সমাজ ধৰ্ম্ম পিন্ধিব বিজয়-বৰ্ম্ম
অসমীয়া হব সংৰক্ষিত ।

———

# কীৰ্ত্তন-ঘৰ

জগতত ৰাজতন্ত্ৰ আছিল যেতিয়া
তেতিয়াই মাধৱ-পুৰুষে
প্ৰজাতন্ত্ৰ গুটি সিচি কীৰ্ত্তন-ঘৰত
অসমক আশীষ বৰষে ।
আজিও কীৰ্ত্তন-ঘৰ মথুৰা আতাৰ
ধন্য কৰে বৰপেটাধাম,
জাতি সংগঠন কাম হলে আৰম্ভণ
যৱ পাবে অসমীয়া নাম ।

——— ———

# বাল্মীকি

দস্যুৰ হিয়াহে ইমান কৰিলা
ইমান চকুলো আবেগ তাত—
থাকে মাথোঁ বই অবুকদ্ধ হই
গুৰুবিগুমাৰ নেপাই বাট।
দস্যু ৰত্নাকৰ যিদনা বাল্মীকি
হৃদয় দুৱাৰ মুকলি হল,
কাব্য ৰামায়ণ হল চিৰন্তন
চকুৰ পানীৰে উপচি গল ৷

# কালিদাস

কোনেনো বঙ্গালে বাণা মালিনী-তীৰত
সৰস্বতা-কুণ্ডল উঠিল উথলি
শকুন্তলা-পাৰিজাত ফুলিল কুঞ্জত
উদ্ভাসিত নৱৰত্ন থাকিল উজ্জ্বলি।
বাণীয়ে নিৰ্মালি দিলে শ্ৰেষ্ঠ পুত্ৰ বুলি
মেঘদূতে উৰুৱালে যশস্যা নিছান,
কবিকুল শিৰোমণি ভাৰতভূষণ
জগতবাসীয়ে দিয়ে ভক্তি-অৰ্ঘ্য দান

———

# হাফেজ

নাহিবা ধাৰ্ম্মিক।           মোৰ লগলই
অন্তৰক ভীষণ ঠাই,
মন্দিৰো নহয়              মজিদো নহয
বেদীত ঈশ্বৰ নাই।
আছে মাথোঁ সউ             বাৰাঙ্গনা দল
সুৰাৰ পিযলা লই,
আপোন সুখত               মছগুল হই
আছো যে হাফেজ মই।

---

# ওমৰ

পিযলা ভৰোৱা              হৃদয় মজোৱা
গ ভুৎ-কুঞ্জত কাষতে বহি
বাণৰ সুৰত                আত্মপৰা
জোন বেলি তৰা পৰক খছি।
জগতৰ যত                যটিল সমস্যা
ৰঙিন নিছাত উটাই দিয়া—
ওমৰৰ বাণী               হৃদয়ৰ বাণী!
তুমি সকলোকে বুজাই কোৱা।

---

## উৰ্ব্বশী

ইন্দ্ৰৰ প্ৰেয়সী—
বিশ্ব-বিমোহিনী নটী স্বৰ্গৰ উৰ্ব্বশী ।
নেপুৰ যেতিয়া বাজে—
শত তাপসৰ তপোভঙ্গ হয়
হিয়াত ৰতিয়ে বাজে ।
কণ্ঠত বিষাদ গান—
কলিৰ কলুষে হৃদয় দহিলে
লুণ্ঠতে শীতলায় প্ৰাণ

## তিলোত্তমা

জীৱশ্ৰেষ্ঠ যেতিয়া মানৱ,
পাহৰি নিজৰ ৰূপ অন্ধ লালসাত
মত্তিলন্দ সুন্দৰ দানৱ ,
বিধাতাৰ অভিশাপ বৃষ্টি—
সৃষ্টি-পাতনিৰে পৰা আজিও ধৰাত
তেতিয়াই তিলোত্তমা সৃষ্ট ।
তিল তিল কৰি অনা বিশ্বৰ সৌন্দৰ্য্য
মনোৰমা তিলোত্তমা কবিৰ ঐশ্বৰ্য্য ।

## চিত্ৰলেখা

অসম-জীয়াৰী কবিৰ পিয়াৰী
সখী চিত্ৰলেখা !
কুঁৱৰী উষাক আনি দিলা তুমি
সপোনৰ সখা ।
উষা-অনিৰুদ্ধ হল অৱৰুদ্ধ
মিলন-ভুৱত
হৰি-হৰে মিলি কৰে কোলাকুলি
শোণিতপুৰত ।

---

## ক্লিয়পেট্ৰা

ইজিপ্টৰ সুন্দৰী—
ক্লিয়পেট্ৰা নাম মৰ্ত্ত্য-অপেশ্বৰী
চকুত কামানল—
পতঙ্গৰ প্ৰায় আছে বীৰ দল,
পিয়ে হলাহল ।
প্ৰেমলীলা অদভুত—
আহিল এণ্টনি, আহিল চিজাৰ,
শেষ-প্ৰণয়ী কালকূট ।

---

# বৃত্ৰাসুৰ

বৃত্ৰাসুৰৰ বংশ     হোৱা নাই ধ্বংস
আজিও পৃথিৱী ভাৰাক্ৰান্ত
দলিত দেৱভূমি     অসুৰৰ পদ চুমি
সুন্দৰ পুৰন্দৰ ৰণত ক্লান্ত।
লুটিছে যিমান     জাতিৰ সন্মান
পথাৰৰ ধান, গোহালীৰ গাই,
লাগে উপহাৰ     দধিচীৰ হাড়
নহলে যে নাই ৰক্ষাৰ উপায়।

— —

# ৰাৱণ

বজালে ৰাৱণে বিজয় ডঙ্কা
উজ্বলি উঠিল কনক লঙ্কা।
সাগৰ সীতাক কৰিলে গ্ৰাস
আৰ্য্য-শক্তিয়ে মানিলে ত্ৰাস।
মুদিলে নয়ন, হাঁহিলে বহু
শ্ৰীৰামচন্দ্ৰক আগত থই।
উৰিয়ে থাকিল গৌৰৱ ধ্বজা।
মৰিও অমৰ ৰাৱণ ৰজা।

———

## শকুনি

আজিও ভ্ৰাতৃয়ে ভ্ৰাতৃক খায়,
শকুনিৰ শিকনি পাহৰা নাই।
আছে শত জন শকুনি মামা
খেলিছে পাশটি, ঠেলিছে সীমা।
নোৱাৰি পোনতে বুজিব ফাঁকি,
কামোৰে বুকত চুকত থাকি।
স্বাৰ্থৰে যেতিয়া এন্ধাৰ বাট
নোৱাৰি চিনিব শকুনি ভাত।

---

## হিটলাৰ

সৈন্যবল পৰা ডিক্টেটৰ হই
গৰজি উঠিছে হাৰ হিটলাৰ ;
উচ্চস্বৰে কয় :— কিহৰ ভয়
জাৰ্মাণিৰ জয়—বিশ্ব ছাৰখাৰ।
বৃটিছ-সিংহয়ো কেশৰ ডাঙিছে
কাটি লয় বুলি নিজৰ অংশ,
উলুৱ লগত বগৰি পুৰিছে
জগত-বিভ্ৰাট, য়ুৰোপ ধ্বংস।

---

# প্ৰহ্লাদ

কাৰাগাৰে মোক দেখুৱাব কি ভয়
বন্দী প্ৰহ্লাদে কয়—
বলিয়া দঁতালে নোৱাৰিব বলে
অনলো শীতল হয়।
জানিছো যেতিয়া নুভুলো কদাপি
নোৱাৰে তৰাব আনে
পদ্ম-পলাশ-লোচন হৰিৰ
দুটি চৰণৰ বিনে।

---

# ধ্ৰুব

কান্দিছে ধ্ৰুৱই চোৱা ইনাই বিনাই
দয়াময়ী মাহীআইয়ে দিছে পঠিয়াই:
দেখা দিয়া নাৰায়ণ। নহলে মৰণ
তুমি বিনে মৰতত নাই যে উপায়।
ভকতৰ ভগৱান আহিল লৰৰি
ধুলি জাবি তুলি ললে কুমলীয়া লৰা,
লক্ষ্য যাৰ স্থিৰ থাকে ভয় নাই তাৰ
মিচিকি হাঁহিবে সউ কয় ধ্ৰুৱতৰা।

---

## একলব্য

আৰ্য্য-ভাৰতৰ গুৰু দ্ৰোণাচাৰ্য্য
একলব্য নিষাদ-তনয়,
ধৰি ধনুৰ্ব্বাণ হলে আগুৱান
আৰ্য্যত্বৰ মান কত ৰয় !
কৰিলে ছলনা খুজিলে দক্ষিণা
ভাবিলে—নোৱাৰে, নিদয়ে দান,
একলব্যে দিলে হাতৰ আঙুলি
চিৰকাললই ৰাখিলে মান ।

— — —

## কাছাৰিয়াঙ্কা

ফুকলীয়া লৰা কাছাৰিয়াঙ্কাই
কাপ্তেনৰ হুকুম মানি,
বল থিয় হই একে ঠাইতেহে
মৰণো কাষতে জানি ।
আগত নাচিলে প্ৰলয়ৰ শিখা
আঁতৰি পলাল ভয় ;
যি জাতিৰ এনে কৰ্ত্তব্যত মতি
তাকে জাতি বুলি কয় ।

— — —

# ডাক

উজ্জয়িনীৰ মিহিৰ পণ্ডিতে
আহি ভৰি-ধূলা দিলে,
সেইৰ তিৰীয়ে অতিথি পূজিলে
কেচুৱা কোলাত ললে।
সেয়ে অসমৰ বেদব্যাস ডাক
সুপণ্ডিত মহাজ্ঞানী,
ডাকৰ বচন বেদবাণী বুলি
অসমীয়া ললে মানি

—— ——

# মাধৱ-কন্দলি

আদিকবি বাল্মীকিয়ে ক'ৰলে ৰচনা
মহাকাব্য ৰামায়ণ,
থাকে মানে আকাশত চন্দ্ৰ-দিবাকৰ
জগতত অতুলন।
অসমৰ মহাকবি মাধৱ কন্দলি
সংস্কৃত-সাগৰ মথি
সাত কাণ্ড সাতেস'ৰী ভাষা-জননীক
দিলে যতনেৰে গাঁথি।

———

## শঙ্কৰ

অসমীয়া সাহিত্যৰ সৌৰ-জগতৰ
দীপ্তিমান সূৰ্য্যদেৱ শ্ৰীমন্ত শঙ্কৰ
আন যত গ্ৰহ তৰা উদ্দীপ্ত উজ্জ্বল
তেওঁকেই কেন্দ্ৰ কৰি ঘূৰে নিৰন্তৰ।
সাহিত্য সমাজ ধৰ্ম্ম সকলো ক্ষেত্ৰতে
গঢ়ি গল অসমৰ জাতীয় জীৱন,
গুৰুৰো পৰম গুৰু—মহাগুৰু তেওঁ
প্ৰণমো ভকতি ভাৱে দুখানি চৰণ।

---

## মাধৱ

শঙ্কৰৰ যোগ্য শিষ্য মাধৱ বান্ধৱ
মুক্তিত নিস্পৃহ ভক্তি কৰিলে প্ৰচাৰ,
গুৰুৰ নি চনা কৰি ভাষা-জননীক
নিৱেদিলে গজমতি হাৰ মুকুতাৰ।
এক দেৱ, এক সেৱ নাম ধৰমৰ
কৰি ললে এক মাত্ৰ ব্ৰত জীৱনৰ
সংস্থাপিলে গাঁৱে গাঁৱে সত্ৰ নামঘৰ
প্ৰেম-অমৃতৰ নদী নামে বৈকুণ্ঠৰ।

---

# ভাস্কৰবৰ্মা

প্ৰাগজ্যোতিষৰ নৃপতি ভাস্কৰ
ভাস্কৰৰ সম দীপ্তিমান—
পৰিব্ৰাজক হিয়েনচাঙৰ
লিখনীত যাৰ জয়গান।
বুৰঞ্জীৰ সেই এন্ধাৰ যুগতো
জিলিকে যাৰ উজ্জ্বল ৰেখা—
ভাৰতসভাত লভে শীৰ্ষস্থান
হৰ্ষবৰ্দ্ধনৰ ভাস্বৰ-সখা

———

# চান্দ-সদাগৰ

চম্পক-নগৰৰ চান্দ সদাগৰে
সোণৰ ডিঙাৰে বণিজ কৰি
ভাঙ্গ প্ৰতিজ্ঞাৰে কৈলাস কঁপালে
কঁপে থৰথৰি দেৱী বিষহৰি।
দেৱতা মানৰে প্ৰমাদ গণিলে
একোতে চান্দোৰে নেমানে হাৰ,
একেপাত অস্ত্ৰ সতীৰ চকুলো
সেয়েহে বোৱালে আনন্দ ধাৰ।

————

## শিৱাজী

পৰাধীন মাৰাঠা জাতিক বীৰ-মন্ত্রে সংগঠিত কৰি
ভৱানীৰ মন্ত্রপূত তৰোৱাল পাচ
শিৱাজীয়ে তুলিলে হাতত, ভাৰতৰ বুৰঞ্জী পাতত
বল এটি অভিনৱ উজ্জ্বল অধ্যায়।
গো-ব্রাহ্মণ আৰু ৰমণীৰ ৰক্ষাৰ কাৰণে শিৱা-বীৰ
উৰুৱালে জয়নাদে গেৰুৱা নিছান—
মোগলৰ মযৰ আসন, তাপে। গই উঠিল কম্পন
মাৰাঠা-গৌৰৱ দীপ্ত হল হিন্দুস্থান।

---

## লাচিত

ঘোৰাৰ পিঠিত জিলিকে লাচিত
জিলিকিলে হেংদান—
আগত মোমাই গাত মূৰ নাই
শোণিতৰ ৰঙাজান
দেশতো অধিক নহয় মোমাই
বুৰঞ্জী-বিখ্যাত বাণী
শয়নে-সপিনে আজিও লাচিতে
কইছে লৰলে মানি।

---

## মহাত্মা

ৰাজনীতি ধৌত কাৰ অহিংসা জলেৰে
আঠুৰ মূৰত কোনে পিন্ধিছে চুৰিয়া—
কোন জন অৰ্দ্ধ নগ্ন বিদ্ৰোহী ফকিৰে
বাকিংহাম কাৰেঙকো কৰিলে পদিল্লা।
চিনি লই ভাৰতক হাড়ে হিমজুৰে
কৰমত সানি দিছে ধৰমৰ বোল,
যুগ-অৱতাৰ গান্ধি তেৱেঁই মহাত্মা
প্ৰাচ্য-পাশ্চাত্যত যাৰ উঠে জয়ৰোল।

---

## জৱহৰ

আনন্দভৱন এৰি, এৰি ৰাজবেশ
মহাত্মাৰ মন্ত্ৰ-শিষ্য বীৰ জৱহৰ
ত্যাগত ভীষ্মৰ প্ৰায় ভোগত দেৱেন্দ্ৰ
সমৰত সব্যসাচী পাৰ্থ ধনুৰ্দ্ধৰ।
হয় যদি কেতিয়াবা স্বাধীন ভাৰত
গণতন্ত্ৰ প্ৰজাতন্ত্ৰ হয় সংস্থাপন,
সকলোৱে এক বাক্যে কৰি সমৰ্থন
দিব যাক সিংহাসন ভাবি যোগ্যজন।

---

## সীমান্ত-গান্ধি

অহিংসা মন্ত্ৰত যেয়ে কৰিছে দীক্ষিত
সীমান্তৰ দুৰ্দ্ধৰ্ষ পাঠান,
তেৱেঁই সীমান্ত গান্ধি আব্দুল গফুৰ
সেনাপতি বীৰেন্দ্ৰ-প্ৰধান।
নিজৰ হাতেৰে গঢ়ি আদৰ্শ সৈনিক
পৰাক্ৰমী লাল কুৰ্ত্তা দল—
মহাত্মাৰ মহাবাণী কৰিছে প্ৰচাৰ
দেখুৱাই অহিংসাৰ বল।

——

## ৰবীন্দ্ৰনাথ

কবীন্দ্ৰ ৰবীন্দ্ৰ তুমি জগৎবৰেণ্য
বিশ্বকবি সুবিখ্যাত—
বঙ্গৰ মুকুটমণি ভাৰত-গৌৰৱ
দীপ্ত নিজ প্ৰতিভাত।
বীণাপাণি বীণাধ্বনি কৰিলে প্ৰদান
বিশ্বৰ সভাত তুমি
ধ্বনিলা যেতিয়া তান উঠে জয়গান
উজ্জ্বলে ভাৰতভূমি।

———

## আনন্দৰাম

অসমৰ আকাশত এটি মাথোঁ জোন
আগলেও নাই পাছলেও নাই,
নিজৰ পো বুলি ললে আকোৱালি
সৰস্বতী আৰু লখিমী আই।
বিবাহৰ প্রস্তাৱ তুলিলে আগত
হাঁহি হাঁহি কয় আনন্দৰাম—
পুথি ভড়ালতে আছে সট প্রিয়া
আন প্রেয়সীৰে নাই মোৰ কাম।

— — —

## হেমচন্দ্র

শোণিতৰ কবিয়ে কৰিলে ঘোষণা
আমিও লইছো মানি—
মৰিবলগীয়া জাতিৰ মুখত
হেমচন্দ্রে দিলে পানী।
"হেমৰ কোষেৰে ওখ দল বান্ধি
ভাষাক সাৰথি ধৰি
মৰিবলগীয়া অসমীয়া নাম
ৰাখিলে চিৰজিনা কৰি।"

—— ——

## লক্ষ্মীনাথ

অসমৰ সাহিত্যৰ আচাৰ্য্য লক্ষ্মীনাথ
সব্যশাচী ধনুৰ্ব্বাণধাৰী—
অসমৰ ভড়ালৰ কেচাসোণ লক্ষ্মীনাথ
জ্বলি আছে তিৰবিৰ কৰি।
অসমৰ লুইতৰ গুৰিয়াল লক্ষ্মীনাথ
ভাষা-নাও নাচিবাগি যায়—
অসমৰ সমৰৰ সেনাপতি লক্ষ্মীনাথ
যুঁজ কৰা ভয় একো নাই।

---

## কমলাকান্ত

চিন্তাৰ অনল বুকুত জ্বলাই
আশী বছৰতো ডেকাৰ বল,
জুকলি জুপুৰি হল উটি বুৰি
স্বদেশ-প্ৰেমৰ বোৱাই ধল।
জুৰাৰ মুখতে দেখিলে মৰণ
তথাপি নহল লেখনি ক্ষান্ত,
অসমৰ মান ৰাখ ডেকা সৱা
কয় অগ্নি-ঋষি কমলাকান্ত।

---

## নবীনচন্দ্ৰ

ব্যাঙ্গনীতি সাহিত্য কৰি আয়ত্ব
গৰ্ব্বোন্নত বক্ষ, উন্নত শিৰ —
হই কৰ্ণধাৰ, দেশৰ গুৰুভাৰ
তুলিলে নবীন কম্মবীৰ।
জাতীয় ৰণত সদায় আগত
ধ্যানে জননীৰ চৰণ দুটি,
মৰিও অমৰ, অসমৰ বুকত
নবীন কমল থাকিল ফুটি

— — —

## তৰুণৰাম

প্ৰাগজ্যোতিষৰ বীৰ সেনাপতি
কুৰি শতিকাৰ শৰাইঘাটি,
আই অসমৰ বুকুৰ মাণিক
তৰুণ অৰুণে প্ৰকাশে জ্যোতি।
মৰণ-বিজয়ী পুৰুষ-সিংহৰ
জিলিকিয়ে আছে যশৰ ধ্বজা,
শঙ্খধ্বনি কৰি আহাঁ আগবাঢ়ি
মাতৃভক্ত যত অসম-প্ৰজা।

———

## অম্বিকাগিৰি

সাত পুৰুষৰ শ্ৰাদ্ধ কৰে কোনে
সানি তাত কলা-খাৰ—
সত্য নে অসত্য প্ৰিয় নে অপ্ৰিয়
নকৰি বিচাৰ তাৰ !
ডেকা-অসমৰ বল দেশ-প্ৰেমৰ ঢল
তাতত টাঙোন মাৰি
আছে আগবাঢ়ি সংৰক্ষিণী-বাৰ
সই যে অম্বিকাগিৰি !

---

## জ্যোতিপ্ৰসাদ

চিত্ৰ-শনৰ বিচিত্ৰ বাতৰি
সপোনৰ সুৰদি বাণী—
কাৰ জ্যোতি পৰি জিলিকি উঠিল
জয়মতী সত্য-বাণী !
অসমৰ ৰজা অসমৰ প্ৰজা
অসমৰ বাবা-ঘৰ
স্বাধীন যুগৰ দুশ বছৰৰ
দেখা পালো মনোহৰ ।

---

# আকাশ

অনন্ত আকাশ অনাদি প্ৰকাশ
আগ-গুৰি একো নাই,
অগণন তৰা বেলি বসুন্ধৰা
বুকু পাতি দিছা ঠাই।
নিৰাকাৰ তুমি নিৰঞ্জন তুমি
তথাপি সুনীল তনু,
ধুমুহা ডাৱৰে তোমাকে আৱৰে
জ্বলে পুনু ইন্দ্ৰধনু।

---

# বতাহ

কেতিয়াবা মনোহৰ কেতিয়াবা ভয়ঙ্কৰ
বহুৰূপী হে ধুমুহা !
মহাকালৰ হে অংশ কেতিয়াবা সৃষ্টিধ্বংস
সৰ্ব্বনাশী কি কুতাহ !
কেতিয়াবা মৃদু মধু যেন কোনো কুলবধু
সুমন্দ মলয়া বায়
তুমিয়ে জীৱন বায়ু মানুহৰ পৰমায়ু
কত যে নিদিছা ভাও।

---

# বিজুলী

আকউ এবাৰ আহ ৰূপহী বিজুলী !
হাঁহিৰে উজ্জ্বলি,
চিকিমিকি জিকিমিকি আঁচলত বান্ধি
আশাৰ সঁজুলি ।
আন্ধাৰ পথত মোৰ জিলিঙনি তোৰ
হক এটি ৰেখা,
তাকে চাই আগুৱাম লই তোৰে নাম
দিবি মাথোঁ দেখা ।

—-—

# ধুমুহা

মূৰৰ ওপৰে মোৰ বলিছে ধুমুহা
বলিয়া বতাহ,
নাজানো নিজেই হায় কোন দিনা মই
যাওঁ তাতে জাহ ।
চলিছে ধুমুহা ভেদি জীৱনৰ নাও
নাচিছে সাগৰ—
আছো যে ইমান দিনে নমৰি জীয়াই
সেয়েই সাঁথৰ ।

———

# ৰামধনু

সাতোজনী বাই-ভনী সাত বৰণৰ
ভুৱনবিখ্যাত—
পানী আৰু পোহৰত জনম আমাৰ
মেঘৰ কোলাত ।
সাতোজনী লগ লাগি বহিম যেতিয়া
গাৰ পানী মচি—
বেলি আহি খেলা খেলি দিব চুলি মেলি
ৰামধনু ৰচি ।

———

# বৰষুণ

মেঘৰ জীয়াৰী আমি ভৰিত নেপুৰ
ৰুণ জুন বাওঁ—
একেলগে আহো নামি—তৃষিতা ধৰাৰ
আনন্দ বঢ়াও ।
পল্লবিতা তৰুলতা আমাৰে স্পৰ্শত
স্নান কৰি লই
ঘাটে ঘাটে কথা পাতে আমাকেই পাই
ভাব-ভেটী লই ।

———

# নিয়ৰ

নিশা জোনাকত ক্ষিতি নিয়ৰত
মৰ্ত্তমানে দেৱবালা
দুবাৰ-দলিচা ভৰিৰে গছকি
খেলিলে বিবিধ খেলা ।
ৰাতিও পুৱাল উঠি গুচি গল
সৰে লৰালৰি কৰি,
ছিঙিল ডিঙিৰ মুকুতাৰ মালা
মাটিতে থাকিল পৰি ।

———

# কুঁৱলী

কুঁৱলীয়ে ঢকা জীৱন আমাৰ
সিপাৰ যে তাৰ নাপাওঁ দেখা,
কুঁৱলীৰ আৰেদি খেলে লুকালুকি
তেজগোৰা বেলি জীৱন-সখা ।
উপাৰত থাকি জাৰত কঁপিছো
পোহৰৰে দেশ সিপাৰে থই –
কুঁৱলী-ঢাকনি উৰলি যাবলে
আৰুনো কিমান থাকিম ৰই ।

———

# উষা

কাম-সেন্দুৰৰ ফোট পিন্ধি কপালত
দীপলিপ সউজনী কোন—
অৰুণে ডকায় ৰথ সাতোটি ঘোৰাৰে
চকাতেই চকাচকি সোণ।
নেথাকিল বেছিপৰ—পলকতে হাঁয়
উষা-ৰাণী নামি গুচি গল,
পখীৰ বন্দনা-গীত আধা-গোৱা হল
ফুলবোৰে পাহি মেলি বল!

---

# ডুপৰীয়া

ঢৈহ পাতি গল উষা ৰোহ-ঘৰলই
বেলি হল অকলশৰীয়া—
জুলি-পকি পৰে সেয়ে খঙতে উতলি
ঠিক ঠিক ভৰ ডুপৰীয়া।
আহিল দ্বিপৰী বাগ আল ধৰো বুলি
স্নান কৰি দ্বিপৰ বিলত,
বেলিয়ে নেপালে ভাল কলে টান মুখে
কাজ নাই এনে মৰমত।

---

## সন্ধিয়া

ভাগৰত ঘামিজামি লালকাল হই
ৰঙা-মুখে ৰঙা-বেলি মাগিলে বিদায়,
ভিনিহিক দেখা পাই সন্ধিয়া-গাভৰু
মুখ হাত ধুব পানী দিলে যতনাই ।
ৰঙচুৱা গাল পাই চুমা এটি খাই
বুকুত সাৱটি লই বেলিটিয়ে কয়—
বায়েৰা উষাৰে তুমি খাটিবা সতিনী
বলা সোণ । এন্ধাৰত কেলি কৰো গই ।

## নিশা

দিনৰ শেষত নিশা কলা ঢাকনিৰে
চা[illegible] [illegible] ধৰে মনোহৰা [illegible] সম্মুখৰা,
মেলি দিয়ে সুচিকণ [illegible] চুলিভাৰি
ফুলে তাত জকমক লাখে লাখে তৰা ।
ভুলাই শুৱায় থয় অৰ্দ্ধ-জগতক
ছেগ চাই নিশা-বালা কৰে অভিসাৰ,
জোনে কয়—এক পক্ষ থাকিম লগত
আনন্দেৰে দুয়ো মিলি কৰিম বিহাৰ ।

## বহাগ

জামোলমোল আমৰ মল
পদূলি-মুখত টকাৰ মাত—
আহিল বহাগী আপোন-উলাহী
জেতুকা-বোলোৱা দুখনি হাত।
পুৰণি গুছিল নতুন আহিল,
মানৰ শৰাই আগত থই
বহাগীয়ে কয়— নৱ বৰষত
সকলোৰে যেন কুশল হয়।

———

## জেঠ

বাঢ়িল ক্রমাৎ বেলিৰ উত্তাপ
দহিলে অন্তৰ,
জেঠ আহিল হই ভয়ঙ্কৰ
হাতত বাৰ-খৰ।
ছটফট কৰে জীৱ-জন্তুবোৰে
গুছত যায় প্রাণ,
বৰষুণ জাকে অমৃত বৰষে
জীৱন দিয়ে দান।

———

# আহাৰ

আহাৰে মেলিলে কলা চুলিতাৰি
যেন বিৰহিনী প্ৰিয়া,
গুৰু গুৰু বাজে মেঘৰ ডম্বৰু
দুৰু দুৰু কঁপে হিয়া।
প্ৰথম দিনতে বিৰহী যক্ষৰ
মেঘদূত সমাচাৰ -
তাৰ পিছে সাত অশুচি ধৰাত
মেঘে ঢালে ধাৰাসাৰ।

— —

# শাওণ

শাওণৰ খোপাত বিজুলীৰ ফুল
ভৰা লুইতৰ মেখেলা গাত—
ফেনে ফোটোকাৰে উপচিছে পাৰ
নাচে বোকোচাত ৰূপালি পাট।
উলাহে উতলি চুলি মেলি মেলি
জান জুৰি নই আহে কৰ দিব,
হালোৱা হজুৱা খেতি-উতনুৱা
বাৰিষা আজিছে খৰালি খাব।

———

## ভাদ

আহিল পুণ্য ভাদৰ মাহ
ধৰণীৰ বক্ষ কৰিলে ধন্য,
অষ্টমী তিথিত হল অৱতাৰ
কৃষ্ণ ভগৱান বিশ্ববৰেণ্য।
মহা-পুৰুষৰ বৈকুণ্ঠ-প্ৰয়াণ
ডবা শঙ্খ কাঁহ সঘনে বাজে,
সত্ৰ নামঘৰ হল মনোহৰ
বিদায় সুৰত ভাৱৰে গাজে।

———

## আহিন

বৰষাই এতিয়া এৰিলে ভৰসা
আহিল আহিনী শাৰদীক লই—
আহিছে গোসানী সিংহ-বাহিনী
কুলু কুলু বয় ভকতি-নই।
পদূলিত হাঁহিছে গধূলি-গোপালে
আকাশত হাঁহিছে জোনে,
আহিনীৰ আঁচলত তৰাই হাঁহিছে
পথাৰত হাঁহিব সোণে।

———

## কাতি

কণ্ডালি বিহুৰে বাট দেখুৱাই
কাতিক আনিলে এদিন বাতি,
তুলসী তলতে মৃগ-পছ চৰিলে
আকাশ-বন্তিয়ে বিলালে জ্যোতি ।
ধানৰ খেতিত চমকি থমকি
লহ্ লহ্ বয় মলয়া বায়--
পুবাব কুঁৱলী উৰলে বিয়লি
হাঁহিছে মিচিকি লখিমী মায় ।

— —

## আঘোণ

আঘোণীয়ে আহি মূৰটি দোৱাই
জুৰিছে লখিমীৰ গান —
সোণালি ধানেৰে পথাৰ ভৰিছে
উলাহে ভৰিছে প্ৰাণ ।
গছ-লতাবোৰে চকুলো টুকিছে
নোৱাৰি সহিব জাৰ,
মানুহে লভিছে তাপিত প্ৰাণত
অতি দয়া শীতলাৰ ।

—— —

# পুহ

পুহ আহি পাই জাৰত কঁপিছে
পকা চুলি সৰা দাঁত,
বল নাই গাত সৰে গছ-পাত
নুফুটে মুখৰ মাত!
নিয়ৰে গাঁঠিছে মুকুতাৰ মালা
বেলিবো পলম হয়,
খেতিয়কে কিন্তু বছৰৰ বিত্ত
ঘৰত চপাই থয়।

---

# মাঘ

ভোগালি বিহুৰ ভোগৰ বতৰা
মাঘৰ মুখত হাঁহি—
ঝমক-জমক বিজুলী চমক
গন্ধমালতীৰ পাহি।
সোণবৰণীয়া সৰিয়হ ফুলে
পিন্ধায় অপূৰ্ব্ব বেশ—
যেবে বৰষে মাঘৰ শেষ
ধন্য মজাৰ পুণ্য দেশ।

---

# ফাগুন

হুজনা গছত বাজনা বাজিল
ফাগুনে খেলিলে ফাকু.
ৰূপহী কাঞ্চনে চুপহি মেলিলে
উদঙাই ৰাখিলে বুকু ।
গোকুলৰ কলায়া হুই মণ্ডলীয়া
দলত উঠিছে জানি
ফাগুনীয়ে দিলে ৰঙা চৰণত
কুঙ্কুম চন্দন সানি ।

---

# চ'ত

আমৰ ডালত কুলিয়ে মাতিলে
অমিয়া-বৰষা মাত—
প্ৰতি গছে গছে চতে চতিয়ালে
ৰঙা কুমলীয়া পাত ।
কুঞ্জে কুঞ্জে সেয়ে গুঞ্জে ভোমোৰাই
আহিছে বসন্ত-বাণী,
চতৰ লগতে পুৰণি বছৰে
জনায় বিদায়-বাণী ।

---

# বহাগ-বিহু

চতুৰ শেষত আকাশ-বতাহ
ৰূপে-ৰসে ভৰপূৰ —
বিহুৱতী চৰায়ে বিহু বিহু বুলি
জুৰিলে মধুৰ সুৰ।
"অতি মৰমৰ মুগাৰ মহুৰা
অতি মৰমৰ মাকো,
অতি মৰমৰ বহাগৰ বিহুটি
নাপাতি কেনেকে থাকো !"

———

# বিহুৱান

ফুলাম গামোচা বিহুৱানখনি
জননীয়ে দিছে দান
জিনিব লাগিব জীৱনৰ ৰণ
বঢাই মাতৃৰ মান।
নিশাতেই বোৱা যুজৰ কৰচ
যদিও পাবলে টান
আছে বিহুৱান সেয়ে শিৰস্ত্ৰাণ
গাওঁ তাৰে জয়-গান।

———

## মাঘ-বিহু

বহুৰ দিনৰ শ্ৰমৰ অন্তত
ভোগালি বিহুৰ পাল,
লখিমীৰ খোপাত মালতীৰ থোপায়
আগত ভোগৰ থাল।
কুবেৰৰ বিত ভড়ালত পাই
অভাৱ আঁতৰি যায়,
আজিৰ দিনত দীন-দুখীয়ায়ো
এসাজ তৃপ্তিৰে খায়।

---

## মেজি

মাঘৰ বিহুৰ পুৱাতে জ্বলিছে
মেজিৰ পৱিত্ৰ জুই—
হোৱা আগুৱান অসম-সন্তান
আৰু নাথাকিবা শুই।
জীৱন-সমুদ্ৰ মথিব পাৰিলে
মুকুতা-মাণিক পায়,
অগ্নিমন্ত্ৰ জপি কপট-অসূয়া
পুৰি ডেই কৰা ছাই।

---

## পখিলা

বৰচকী পখিলা উৰে জাকি মাৰি
ফুটুকা-ফুটুকি পাখি—
ফুলে ফুলে পৰি ফুৰে ঘূৰি ঘূৰি
বিচাৰি দৰদী সখী।
যদিও অকণি তথাপি গুৰনি
মনত বেজাৰ নাই—
বঙিলী পখিলী ফুলেৰেই মিলি
ফুলেৰেই নাও বায়।

---

## ভোমোৰা

কলীয়া ভোমোৰা বলিয়া গুঞ্জৰা
বিচাৰে ফুলৰ মধু,
পায় মাথোঁ ভাল গোলপীয়া গাল
ফুলি থকা কুঞ্জবধূ।
খেদিলে নেযায় আহে গীত গাই
কবে ফুল জলাকলা,
লাজ দেখুৱাই তোকে ভাল পায়
বনবালা শকুন্তলা।

---

# ফুলকোৱঁৰ

পথীৰাজৰ পিঠিত উঠি আকাশী পথেদি
আহি পালে ফুলকোৱঁৰ—
শুকানতো কুঁহিপাত কুউ কুউ মাত তাত
মলয়ে বুলায় চোৱঁৰ ।
সোণৰ কাঠীৰ পৰশ লাগি, ৰাজকুঁৱৰী
টোপনি ভাগি উঠিছে জাগি,
সপোন-কোৱঁৰে আহি দেখাদিলে হাঁহি হাঁহি
গাত যৌৱনৰ মদিৰা ৰাগী ।

---

# মালিনী

গাঠি নে ফুলৰ মালা ৰখি আছে ৰাজবালা
যা তই অ' মালিনী বাই ।
ফুলতেই লেখি কথা জনাই বুকুৰ ব্যথা
কোৱঁৰো আছে বাট চাই ।
অঘৰীৰ হব ঘৰ কুঁৱৰীয়ে পাব বৰ
মদন-ৰতি দিব দেখা,
বোৱাৰি প্ৰেমৰ নই মালিনী নহয় তই
প্ৰেমদূতী চিত্ৰলেখা ।

---

## বনফুল

মানুহে নেপায় ভাল মুফুলে যে ভৈয়ামত
পৰ্ব্বতৰ বনফুল—
অপেশ্বৰা বনবালা তাৰে সতে কৰে খেলা
গোন্ধত আমোলমোল।
কোচ পাতি তুলি লয় ছিঙিলেও ফুলি ৰয়
পাই কুমলীয়া হাত,
মুখতে মুখনি থই আপোন-পাহৰা হই
দিয়ে মৰমৰ মাত।

---

## বনকল

মানুহে নপভা বাৰী বননিতে চাব পাৰি
শাৰী শাৰী আছে বনকল,
পৰ্ব্বতীয়া বাটে বাটে তটিনীৰ ঘাটে ঘাটে
কোনে কলে—কৰ পৰা হল।
প্ৰকৃতিয়ে নিজ হাতে জোৰ কলপুলি পোতে
ঠায়ে ঠায়ে সজায় তোৰণ,
আহি বিশ্বখনিকৰ দেখি এই বাটঘৰ
আশীৰ্ব্বাদ কৰিব বৰ্ষণ।

---

# নাগেশ্বৰ

নাহৰে বাহৰ পাতি সজায় ফুলৰ দল
কলচীয়া শিৰ দাঙি—
পৰ্ব্বতৰ পাদমূল চাই তাকে বিয়াকুল
মনতেই কথা পাতি।
ধ্যানমগ্ন মহেশ্বৰ, আথেবেথে নাগেশ্বৰ
ভক্তি-অৰ্ঘ্য যতনালে,
নিজৰাই কলকল শুভ্ৰ কমণ্ডলু জল
চৰণ তলত ঢালে।

———

# পৰ্ব্বতৰ ঢেকীয়া

পৰ্ব্বতৰ ঢেকীয়া লিহিৰিপতীয়া
পাতে পাতে [illegible]—
বতাহত হালেজালে জোনাকত চুলি মেলে
মৰ ভুলি মাতে কাক!
শাৰী পাতি ধূন মাৰি সাজিকাচি আগবাঢ়ি
কাৰ বাবে আছে ৰই,
কোন সেই ভাগ্যবান গায় যিজনাৰ গান
কই দিব পাৰো মই।

———

## বন-বিহাৰিণী

গায় বীণধ্বনি বাই বন-বিহাৰিণী
গাত সপোনৰ ৰাগী—
বতাহত হালেজালে পৰ্ব্বতীয়া ছাবি
আঁচলৰ বায় লাগি।
তালে তালে নিজৰাই নেপুৰ বজায়
আজি যত বন-বিহাৰিণী,
একেটি গীতৰে সুৰে তোলে প্ৰতিধ্বনি
উথলাই সুৰতৰঙ্গিনী।

—— ——

## জুৰি

কুলু কুলু গীত গাই বীণধ্বনি বাই বাই
ধীৰে ধীৰে নামি আহে পৰ্ব্বতীয়া জুৰি—
নাহৰৰ তলে তলে পব্বতৰ শিলে শিলে
বই বই পাক মাৰি নাচে ঘূৰি ঘূৰি।
খেলা খেলে চুলি মেলি প্ৰাণ খুলি ঢউ তুলি
বতাহত জিলিমিলি আঁচল উৰাই —
অৰুণে বৰুণে আহি চুমা খায় হাঁহি হাঁহি
পাগলিনী গিৰিজাক বুকুত সুমাই।

—— ——

## হৰিণা

জংলী হৰিণা একোকে নজনা
চৰি ফুৰে বনে বনে
মঙহেই বৈৰী তাতো আছি হানে
বিষবাণে মনে মনে।
করুণ দৃষ্টিৰে চাই অনিমেষ
কিজানি করুণা পায়—
নাজানে যে হায় নিকরুণ ধৰা
মানুহৰ মৰম নাই!

— ——

## ময়ূৰ

ৰূপেৰেই যদি ৰজা হব পাৰি
ময়ূৰ তই বনৰ ৰাণী—
তোৰ পাখিৰেই কৃষ্ণয়ো সাজিলে,
আঁকিলে ছবি যমুনা-পানী।
কুমাৰ কাৰ্ত্তিকে কৰিলে বাহন
তথাপি নাপালি মনত সুখ,
ৰূপ মিছা বুলি বুজিব পাৰিলি
গভীৰ বনত লুকালি মুখ।

——

## কুলি

বসন্তৰ দূত কলীয়া কোকিল
চুচি-মাজি সুচিকণ,
আম্ৰৰ ডালত কুউ কুউ মাতি
উভলা কৰিলে মন।
সিঞাৰি দিছিলো সেইটি মাতকে
নাই আজি তাৰ চিন,
মনত পৰিছে সেই লৰালিৰ
কলি-পুথি লোৱা দিন।

---

## কেতেকী

নিশাৰে নিশাটো কাৰ বিৰহত
কোন বিৰহিনী তাই—
একেটি সুৰত ঘূৰি আকাশত
বেদনাৰ বীণ বায়।
কোন লগৰীয়া হল নাইকিয়া
নিচিনা মৰম ধাৰ—
কেতেকী কেতেকী গীতটিতে হায়
পৰিচয় পায় তাৰ।

---

## মইনা

বহাগীৰ হল কইনা-কাল
মইনাৰ মনত লাগিল ভাল,
ডালে ডালে পৰি নাম দিলে জুৰি
টুনি হেটুলুকা বালে খুটি-তাল ।
নামতী মইনাই নামকেই গায়
নাই আৰু আন একো কাম,
যত ওখ তৰু বুঢ়া দেৱদাৰু
কোলাত তুলি মচি দিলে ঘাম ।

---

## দহিকতৰা

কতৰা গছত দহিকতৰাই
কিহৰ বতৰা গায়—
ছয় ৰাগ আৰু ছত্ৰিছ ৰাগিণী
তথা লাগি বল চাই ।
গীতৰ লগতে উৰি গুচি গলো
পালো স্বৰগৰ দ্বাৰ,
সপোনো ভাগিল গীতো শেষ হল
প্ৰতিধ্বনি বল তাৰ ।

---

# মউপিয়া

মউপিয়া সৰু পখী সৰু সৰু ছুটি পাখি
নচুৱাই সৰু হিয়া—
এটুপি ফুলৰ মউ বিচাৰি ফুৰিছে সউ
উলাহত মতলীয়া।
দেও দি দি নাচিবাগি ফুলে ফুলে মউ মাগি
ফুৰে মাথোঁ কথা পাতি,
আকাল ভড়াল নাই, অল্পে উপচি যায়
ডালতে কটায় ৰাতি।

---

হাফেজৰ বাগানত কি ফুল ফুলিছে
খায়ামে কইছিল পুলি,
আছি পালে বুলবুল সৰু পাখি মেলি
তাকে মোক কবলই বুলি।
বছোৰাৰ গোলাপৰ গন্ধৰেণু আনি
বীণ বাই নাচে বুলবুল—
আকাশৰ বেবিলন দেখিলো ইয়াতে
আৰু যত ইৰাণৰ ফুল।

---

## পানীপিয়া

মানুহে নুবুজে মানুহৰ মৰম
তেজেৰে ধৰা যাগুলী কৰে,
পৃথিৱীৰ পানীত সেই তেজৰেই
বগুচুৱা দ'গ চকুত পৰে।
সেযে পানীপিয়া চিঞৰি চিঞৰি
মেঘ-দেৱতাক মাগিছে দান—
পৃথিৱীৰ পানী নলও মুখত
আকাশী-অমৃত কৰোৱা পান।

---

## শালিকী

শালিকী। শালিকী! আজি বিহ থালি কি
খৰিয়াল পাতিলি তই,
মোৰে চোতালত কাক গালি শপিলি
নোৱাৰিলো বুজিব মই।
আমাৰে নিচিনা তইঁতৰ মাজতো
আছেনে অসূয়া ছাই—
মুকলি স্বাধীন পখী-জীৱনতো
শান্তিৰ সুষমা নাই!

---

## গোলাপ

দেশে দেশে ঘূৰি          ‘প্ৰেমালাপ কৰি
    গোলাপ আছিল বছোৰা এৰি
যেয়ে দেখা পালে          সেয়ে মুগ্ধ হল
    বিজয়-নিছান থাকিল উৰি।
বাদছা-হেৰেম          গুলজাৰ কৰি
    পালেহি যেতিয়া ভাৰতবৰ্ষ,
কাৰেঙ-কুটিৰ          মছজিদ-মন্দিৰ
    লভিলে সবাই পৰম হৰ্ষ।

———

## শেৱালী

শেৱালীৰ নাম          পানীপিয়লী
    ৰদ পালে যায় বিষলি,
সন্ধিয়াতে পিন্ধে          মুকুতাৰ মালা
    নিশা হিম-ঝুৰলী।
শৰত আহি          মৰত পালে
    আনন্দে ওপচে হৃদয়খনি,
পূজা ছুৱনিত          শোৱে শোভতিত
    জ্বলে জলমল মুকুতা-মণি।

———

# হাচনাহানা

হাচনাহানা কোমল-প্ৰাণা
মাধৱীৰ প্ৰিয় সখী,
তীব্ৰগন্ধা হই ৰাতিৰে ৰাতিটো
উজাগৰে থাকে ৰখি।
জনে জনে দিয়ে আচলৰ মধু
তাতেই মনৰ সুখ,
ৰাতি পুৱালেই চকু মুদ যায়
মানুহে নেদেখে মুখ।

---

# মেগ্‌নলিয়া গ্ৰেণ্ডি ফ্লৰা

কোনে দিলে তোক দাঁত-ভগা নাম
মেগ্‌নলিয়া গ্ৰেণ্ডি ফ্ল'ৰা—
সুচকণী লনী চাৰু মুখখনি
তাতে গন্ধৰেণু ভৰা।
অগণিত তৰু আছে যি দেশত
নাগাধিৰাজ হিমগিৰি,
সি দেশৰে তই কপাহী জীয়াৰী
বেশতে তোক চিনিব পাৰি।

---

## কেতেকী

সোণ-বৰণীয়া          কেতেকী ধুনীয়া
গোন্ধৰ সম্ভুৰা মেলে,
আছিছো বিচাৰি          বুকুৰ মাধুৰী
কণ্টকী কুঞ্জত ফুলে।
আঁতৰতে পৰা          তুঙ্গিছো মদিৰা
নোৱাৰো চাপিব কাষ,
কণ্টকত ঘৰ          তাতে ভয়ঙ্কৰ
অজগৰ নাগপাশ।

---

## বকুল

বনস্পতি-কোলা          আলাসৰ দোলা
নেওচি দুৰলে' ঠেলি
বকুলী আছিল          মাটিত বাগৰি
হাঁহি হাঁহি পাহি মেলি।
মধুৰ গোন্ধেৰে          জগৎ মুহিলে
আক ইঙ্গিততে কলে—
ধৰণীৰ ধূলিতে          জগত-পিতাৰ
চৰণ-পৰশ মিলে।

---

## পদুম

আকাশৰ দিনমণি    পুৱাতে ওলাই আহি
পদুমীক চুমা এটি খালে,
ৰঙা হল গাল দুটি    পদুমী থাকিল ফুটি
হাতে গাতে স্বৰ্গ ঢুকি পালে।
ঢৌৱে ঢৌৱে ঢউ খেলি    পদুমীয়ে পাহ মেলি
উলাহতে দিনমান—
বল বেলিটিক চাই    মনত বেজাৰ নাই
গাই যৌৱনৰ গান।

——

## সূৰ্য্যমুখী

পদুমীক পাই    যতিয়া বেলিটি
বিহুবলিয়া হল,
সূৰ্য্যমুখীয়ে    চৰণ আৱাধি
ঘূৰি ঘূৰি চাই বল।
গোটেই দিনটো    পতিপ্ৰাণা সতী
বোৱা দেখি মূৰ তুলি,
আবেলি বেলিয়ে    কাষলৈ মাতিলে
কপহী পৰিল ঢলি।

———

## ভেটপাহি

সুধাকমলই চাই যৌৱন-ক্ষুধাত
কুমুদীয়ে কৰি স্নান,
পাটৰ মেখেলা বিহা মেৰিয়াই গাত
মাগিলে আশীৰ দান।
নিশানাথে আথেবেথে চুমিলে গালত
—সুধাসনা সুখৰ সপোন,
চৌৱে চৌৱে মিলি গল কৰি কোলাকুলি
মুগ্ধ কোন—পাই বেচা-সোণ।

— - —

## মালতী

সুৱদী সাজৰী সউ ৰূপৱতী মালতীৰ
হাঁহি দেখি ভাল লাগে,
ধুনৱতী মাধৱীৰ সপোন-মদিৰা ৰাগে
যৌৱন-ফাগুন জাগে।
কাণত ৰূপৰ ফুল পিন্ধায় ধুনীয়া 'তুল'
মালতীয়ে মাধৱাক,
চেগ চাই চুমা এটি যাচি দিয়ে গাল পাতি
কলীয়া ভোমাৰাটিক।

- — -

# কাঞ্চন

কাজলী ফুলৰ আঁজলি ভৰাই
কাঞ্চনীয়ৈ সন্তু আছে বাটচাই,
ফাগুনীয়ে আহি ওৰণি গুচাই
মুখখনি মোক দিলে দেখুৱাই।
আহি পায বুলি বসন্ত-কোঁৱৰ
চোঁৱৰ বুলাই মলয় বয়,
চাম হেপাহেৰে যুগল-মিলন
প্ৰীতি-উপহাৰ আগত থই।

# সোণাৰু

সোণাৰু সাউদে বণিজ বেহালে
সোণৰ লক্কাৰ পৰা,
সোণৰ থোপামণি সোপাসোপে আনি
ওপচাই পেলালে ধৰা।
মোৰ পদূলিতো উতুলি-মুতুলি
সোণেৰে পৰিছে ভৰি
প্ৰকৃতি দেৱীয়ে ডিঙিত আঁৰিছে
সোণৰ সো সাতেশ্বৰী।

## ইন্দ্ৰমালতী

চন্দ্ৰালোকে তন্দ্ৰা ভাঙে ইন্দ্ৰমালতীৰ
হেমন্তৰ পৰশত,
বকুলৰ কাচলিখনি মলয়াই টানি
নৃত্য কৰে হৰষত।
আকাশৰ মঞ্চ এৰি আহি পঞ্চশৰ
তুলি লয় ফুলবাণ—
ডালে ডালে বিহঙ্গমে তুলি ঐক্যতান
গায় মিলনৰ গান।

— —— —

## গন্ধমালতী

মাঘত ফুলে গন্ধমালতী
সোণৰ ফুল—
যেতিয়া হয় সৰস্বতী পূজা
নকৰে ভুল।
গালত তিৰেবিৰায় হিমৰ মুকুতা
সোণৰ কণ্ঠহাৰ—
লাহতী মালতী ৰূপতী ধুনতী
মুগাৰ সাজপাৰ।

—— —— —

## নাহৰ

বুঢ়া নাহৰৰ টোপনি ভাগিল
বহাগী-বিয়াৰ বাতৰি পাই,
ডালত চৰায়ে উৰুলি জুৰিলে
আৰু বিয়ানাম গায়।
কুমলী বহাগী আছিল উমলি
কৰিলে ডাঙৰ কোলাত তুলি,
ফুল কুঁহিপাত যতনাই ললে
বিয়াৰ সভাত দিবলৈ বুলি।

---

## তগৰ

বহাগী আহিলে বুঢ়া তগৰো
ৰগৰ লাগে গাত,
আমোলমোলাই সৌৰভ বিলাই
পাতে দুটি হাত।
জোনাকত জিলিকে আঁতৰে পৰা
বগা চেলেঙৰ আগ—
বসন্ত-বধূৰ বুকুৰ মধুৰ
আমাকো দিয়া ভাগ।

---

## কদম

বাৰিষা আছিল, যমুনা বাঢ়িল,
কদম ফুলিল তাকেই চাই,
কদম পাছিব হাঁহি চাবলৈ
উলটি কানাই নাহিল হায়!
বছৰে বছৰে কদমে ইদৰে
মিছা আশা পালি সজায় ডাল,
শূন্য মধুপুৰি গোকুল-বিহাৰী
মৰতৰ লীলা নাপায় ভাল।

---

## গধূলিগোপাল

গধূলি গোধন আনে নাৰায়ণ
শিঙা শঙ্খ বেণু বাই—
গধূলিগোপালে পদূলি ওলাই
ওৰণি গুচালে চাই।
যদিও অতীত সেই সুখ-গীত
নাবাজে মোহন বেণু,
আজিও গধূলি তাৰে মহিমাত
ফুলেৰে সাজিলে তনু।

---

## ৰক্তজবা

ভক্তই আগত লই ৰক্তজবা তোক
মাতৃৰ চৰণ বন্দনা কৰে.
উৰাবে যেতিয়া খেলে পুৱালি বেলিয়ে
সোণবোৰ সৰি সৰি পৰে ।
তেজৰে ৰাঙলী হই জ্বলি ৰলি তই
যদিওবা হলি গন্ধহীনা,
ভোল গই ভগৱতী তুলিলে হাতত
মহাপূজা অষ্টমীৰ দিনা ।

— — —

## অপৰাজিতা

অপৰাজিতা ! অপৰাজিতা !
কোনে দিলে এই নাম,
কাক পৰাজিলি ৰূপেৰে ভুলালি
কচোঁ মোক চিনি পাম ।
বিজয়াৰ দিনা যেতিয়া গোসানী
ঘৰলৈ মাগে মেলানি
সিদিনাই তই আশীৰ্ব্বাদ লই
হলি নেকি বিজয়িনী !

———

## মঁদাৰ

কেলেই ফুলিলি  কপহী মঁদাৰ
কেলেই পেলালি কাল,
গোসাঁইতো নেলাগ  ভকততো নেলাগ
থাক তলে ভৰি সৰি।
গোসাঁইৰে আগতে  বুলিলি গৰ্ব্বতে
তোতকে ৰূপৱতী নাই,
সলি অভিশাপ,  হেৰুৱালি সেয়ে
চৰণ তলৰ ঠাই।

— —

## পলাশ

ফাগুনৰ আকাশত  কিয় জুই জ্বলালি
বাঙলী পলাশ তই,
মোৰ দশা চাই  কিয় লাজ নাই
মঁদাৰে বুলিলে ৰই।
তোৰেই নিচিনা  ৰূপ-গৰবত
মোৰোতো আছিল ৰাগী,
আজিও ভুগিছো  প্ৰতিফল তাৰ
কপালত জুই লাগি।

---

# খৰিকাজাঁই

আইযে ফুলনিত কি ফুল ফুলিছে
ফুলিছে খৰিকাজাঁই—
বাটৰ বাটৰুৱা, ৰই চাই যোৱা
গোন্ধে আমোলমোলায়।
বাৰ-বৰণীয়া বিলাতী ফুলৰ
গন্ধহীন শোভা চাই
নিজৰ আমাৰ বাৰীৰ ফুলৰ
হিচাপ লোৱাই নাই।

— —

# যুতি

থুপি থুপি ফুলে যুতি সক সক চকু দুটি
চাই অতি ভাল লাগে,
মৃদু মধু গন্ধ-ৰেণু সুবাসিত কৰে তনু
সপোন-মদিৰা ৰাগে।
তৰাবছা আকাশৰ ফুলবছা বিহাখনি
আলফুল কৰি আনি
জোনাকত যুতিকাই দিলে গাত মেখিয়াই
সাজিলে প্ৰকৃতি-ৰাণী।

———

# কপৌফুল

কপৌফুলে খোপা বান্ধি হাঁহিলে নাচিলে
বহাগীৰ খোপা পাই,
বিহুৰ বতাহ ছাটি বলে দিনে ৰাতি
প্ৰাণ জুৰ পৰি যায়।
বহাগীৰ খোপাতে কপৌ ফুল ফুলিছে
চেনায়ে আনিছে পাৰি,
অসম-গাভৰুৱে ললে হাত পাতি
ফুলাম বেণীতে আৰি।

———

# জেতুকা

জেতুকা আছিল বাৰীৰ চুকত
বেজাৰতে মন মাৰি,
এবছৰ যায় লগভাগ নাই
কিদৰে থাকিব পাৰি!
এদিন পুৱাতে আইদেৱে আহি
কলে গই নিচুকাই—
ভয়ে দিবি মোৰ আঙুলি বোলাই
মোৰ ঘৰত বিহু খাই।

———

## পানীমেটেকা

উজাই আহিলে বাঙ্গসাৰ ভূৰ
ভাটিৰ দেশৰ মোহিনী হই,
পলকতে অ ন দেশ গল ছাটি
কাঙলী সকলৰ আঙলি লই।
নাশি নষ্ট বিল হাতে খেল খিল
তথাপি ক্ষুধাৰ নপৰে শেষ,
অি মায়াৱিনী বিশ্ব সংহাৰিণা
পানীমেটেকাই গ্ৰাসিলে দেশ

---

## আকাশীলতা

মোহিনী ৰুপিণী হৃদয়-চুৰুণী
বৃঢা বিয়েৰে সংসাৰ কৰি
আলাসতে উঠি থাকিল সদায়
মাটিৰ কলাপি নিদিলে ভৰি
আকাশী লতাই তেজ চুহি খায়
বিৰিখৰ কৰে সৰ্বনাশ,
এনেকুৱা সংসাৰ— তৰুণী ভাৰ্য্যাৰে
বৃঢা কালত গৃহবাস।

---

## কপিলী

শান্ত শিষ্টা হই আছিল কপিলী
বাৰিষাই যেবে দিলেহি ডাক—
নোৱাৰিলে ৰব উঠিল উথাল
বাউলী বেশেৰে নেমানি হাক।
দুই পাৰ ভাঙি যায় বাহু দাঙি
নোৱাই ধুৱাই ধুনীয়া পাৰ—
কপিল-সুতাৰ শকতি দুৰ্ব্বাৰ
তাতে যৌৱনৰ বলিয়া ধাৰ।

---

## ভৰলী

পাগলী ভৰলী! উতলি আহিলি,
টটালি, বুৰালি, ভাঙিলি পাৰ,
হাঁহিলি, নাচিলি, কিৰিলি পাৰিলি
বোৱালি জিলিমিলি ৰূপালি ধাৰ
যৌৱন-মাদৰা পিলি ঢোকাঢোকে
মৰম ধৰম ভ্ৰূক্ষেপ নাই,
পৰ্ব্বত নন্দিনী ভৈয়াম-বন্দিনী
বুঢ়া লুইতৰ আস্কুলী খাই।

---

# পাগলাদিয়া

পাগলাদিয়া কছাৰী ডেকা
শিৱৰ বৰভ নদী হৈ বলে,
বছৰি এবাৰ মাদল বজায়
শিৱপূজাৰ সময় হলে।
প্ৰলয় নাচন নাচে জটাধাৰী
নাচে শ্ৰাৱণৰ প্লাৱন ধাৰ --
ডম্বৰু মাদলে বাৰিষা বাদলে
গ্ৰাসিলে ধৰিত্ৰী, বুৰালে পাৰ।

— ———

# বৰপানী

'টিকাণ্ড' চাপৰ মাৰি 'টিপকায়ে' নাচে
'বৈঠালাংচ'ৰ বৰপানী—
লাওপানী খাই নাচে উন্মাদিনী হই
মিকিৰবালা পাহাড়ী-ৰাণী।
ভাল লাগে সেই মোৰ পাহাড়ী কাচন
আবৰী-বালাৰ নাচন চাই,
পৰ্ব্বত-প্ৰমাণ হই শতধাৰে বয়
দয়া-মায়া কথা অভ্যাস নাই।

——— —

## ভবলু

ভাগৰে মাঝিলে ঢোলত চাপৰ
পৰ্ব্বতে-ভৈয়ামে বজায়ে তাল,
পানী তুলি নিজৰাই দিলে উফলি
ভবলুৰ হল কল্পাকাল।
দুইতৰ বাহুৰত খলক লাগিছে
কত গাভৰুৱে আঁচল পাতিছে,
কুলু কুলু কুলু আহিছে ভবলু
বাটতে বশিষ্ঠ আশীষ দানিছে।

———

## দিখউ

সুবণিৰ সেউজীয়া নগা-পৰ্ব্বতৰ
উঠানমা বাটৰ কাষত—
সউজনী লচপচা দিখউ গাভৰু
যৌৱনৰ যমুনা পাৰত।
পৰ্ব্বত-ভৈয়াম কোনে কৰি একেলগ
তৰি দিছে দীঘলীয়া তাত,
বিহাত কলকা তোলে বনফুল লই
মেখেলাত অসমীয়া পাট।

———

## লখাইতৰা

আউলীবাউলী হৈ চুলি মেলি মোল
শুৱনী লখাইতৰা,
কুলু কুলু গীত গাই নেপুৰ বজাই
বিচাৰি আছিলি দৰা ।
বাটে বাটে ঘাটে ঘাটে ডিঙৰা চপাই
তুলিলি মোহন সুৰ—
খৰ কৰ, লৰ ধৰ মোহনাঘাটত
দেৱতা মিলিব তোৰ ।

— ——

## তৰ্‌সা

তৰ্সা নদীৰ পাৰে পাৰে
উলু-বনৰ আঁৰে আঁৰে—
হেন্দোলনি ভোলে আজি ভাটিয়ালী সুৰে,
নৰনাৰায়ণ ৰজা চিলা-দেৱানৰ
শঙ্কৰ-মাধৱ গুৰু মহাপুৰুষৰ
লুপ্ত হল সোণৰ সপোন,
তাৰ জন্ত অহৰহ গায় গিৰিবালা—
নিৰ্ম্মম কালৰ হায় নিকৰুণ লীলা ।

———

## বিয়া

বিয়াতো নহয় ধূলিৰ খেমালি
দুদিনীয়া প্ৰেমৰ লেঠা,
জনমে জনমে থাকে দুটি প্ৰাণ
এডালি সূতাৰে গথা ।
নিজে প্ৰজাপতি অনুষ্ঠাতা যাৰ
বেদমন্ত্ৰ, অগ্নি-সাখি
এয়েই হিন্দুৰ 'চিভিল আইন'
নাই গোজামিল ফাকি ।

---

## প্ৰিয়া

যৌৱনৰ মোৰ সোনালি আলিত
বতিলা পখিলা উৰি
দিলে মিলনৰ আগলি বাতৰি
চিত্ৰলেখা ৰূপ ধৰি ।
বেদমন্ত্ৰ আৰু হোমৰ অগনি
মিলালে দুখনি হিয়া,
যাৰ সতে আৰু এৰা এৰি নাই
সেই জনা মোৰ প্ৰিয়া ।

---

## মধুনিশা

মধুনিশা মই অল্‌কা-বধূৰ
মুখতে মুখনি থই,
কটালো গোটেই সুৰদি ৰজনী
জোনালিত গা ধুই।
ভাবিলো মনতে আমিয়ে ধৰাত
দুটি মাথোঁ সুখী প্ৰাণ,
জীৱনৰ সেই সপোন-মাধুৰী
হুনাই পোৱাটো টান।

---

## ফুল-শয্যা

কিমান দিনৰ সাচি-ৰখা কথা
কল্পনা কৰিতাবোৰ,
বুকুৰ মাজতে পালো সকলোকে
সপোনৰ সখী মোৰ।
আমাৰেই সেই প্ৰেমলীলা চাই
আকাশত হাঁহে জোনে,
ফুল-শয্যাখনি কৰিলে শুৱনি
মোৰ প্ৰিয়া কেচাসোণে।

---

# পাৰিজাত

চম্পাফুলে মুগ্ধৰায় তোকে ঐ লাহৰী,
নাহৰ ফুলে মুগ্ধৰায় তোক,
নিজে তই এপাহি দেৱ-পাৰিজাত
চেনেহী তোক লাগে যে মোক।
মুগ্ধৰায় তোকে সোণ, পৃথিৱীৰ ফুলে
দুদিনতে যে মৰহি যায়,
গাঁঠি দিম সাতেশৰী কবিতা-ফুলেৰে
সেই মালা ৰব মুগ্ধকাই।

— — —

# কেচাসোণ

কোন খনিকৰে গঢ়িলে প্রতিমা
যৌৱনে চৰালে কাহ,
মোৰে কেচাসোণ পূর্ণিমাৰে জোন
লাহতী মালতী পাহ।
মেঘত জিকিমিকি বিজুলী চমকে
আকাশত জিলিকে তৰা,
হিয়াত জিকমিকায় মোৰে কেচাসোণ
তাতোকে জেউতি চৰা।

— ——

# বিৰহী

বগাক বগলী উৰে জাকি মাৰি
মুখতে মুখনি থই,
নাই প্ৰণয়িনী ভাবে বিৰহীয়ে
মোৰ যে কাষতে অই !
নীলে নীলে মিলি খেলিছে বিজুলী
ঢাৰে ঢোৱে কোলাকুলি
অকলশৰীয়া মই দুৰ্ভগীয়া
ৰৰহৰ জুই জ্বালি ।

---

# বিৰহিনী

লাহতী খোপাৰ মালতী খহিল
বুকুৰ কাঁচলি পিচলি যায়,
দেহত অগনি পোৰে বিৰহিনী
সেই জুই সুমাওতা নাই ।
পদুম পাতৰ শীতল বায়তো
অনলৰ তাপ দুগুণে বাঢ়ে,
কান্ত বিনে কোনে হিয়া কৰে শান্ত
জৰ জৰ কৰি চকুলো জৰে ।

---

## তাঁতশালত

তাঁতৰ শালতে বহিছে প্ৰেয়সী
ৰূপত দশোদিশ জিনি,
উপজি যৌৱনী অসম-ৰমণী
তাতে সৌন্দৰ্য্যৰ ৰাণী ।
নাচনী নাচিছে গৰকা দলিছে
মাকোৰ উজান-ভাটি,
উজলি উঠিছে ৰূপৰ মদিৰা
লওঁ পাৰোমানে লুটি ।

---

## ৰন্ধনশালত

ভাতৰ চৰুত গই সুধা-ভাণ্ড লই
ললে প্ৰিয়া অন্নপূৰ্ণা বেশ,
সমুখত অগ্নিকুণ্ড ৰন্ধনশালাৰ
তথাপিতো নাই কষ্ট লেশ ।
গালত বিৰিঙিছে সৌ ঘামৰ টোপাল
ওঠত বিৰিঙিছে হাঁহি,
লক্ষ্মীৰূপা গৃহলক্ষ্মী অমৃত-দায়িনী
সজাগে ভাতৰ কাঁহি ।

---

## বিহুতলীত

হিয়া মোৰ বিহুতলী       কপৌ-ফুল আছে ফুলি
বাজে টকা পেপা ঢোল—
বিহুৱতী সোণজনী       গোলপীয়া গালখনি
হাতত জেতুকা-বোল ।
খোজত যমুনা-ঢউ       মাতত বৰষে মউ
নাচনত মন্দাকিনী—
মাধৱী-কুঞ্জত মোৰ       বাৰমাহে বিহুসুৰ
প্রিয়া মোৰ মধুবাণী ।

---

## মুগাচোমনিত

কোন বীৰাঙ্গনা       কোন দেৱাঙ্গনা
মুগাচোমনিত ৰই—
ধেনুকাড় লই       কিনো ভোল গই
আছে হাঁহো হাঁহো কই ।
কোন হুব আৰু       অসম-গাভৰু
ৰাখিছে অলকাৰ ধন,
মোলই ৰাখিছে       বুকুৰ মাজতে
যৌৱন কুমলীয়া মন ।

---

## জীয়াৰী

স্বভাৱৰ কবি আঁকি যাৰ ছবি
গাইছে গাৰমা গান
সেই জীয়াৰীক বৰ্ণাব ছুনাই
নালাগে উপমা আন।
আগ-ফাল শুৱনি কাকিণী ভামোলে
পাছ-ফাল শুৱনী পাণ—
ৰৰ-ঘৰ শুৱান জীয়াৰা-ছোৱালী
উলিয়াই দিৰলৈ টান।

---

## বোৱাৰী

লখিমী-বোৱাৰী ঘৰত থাকিলে
ঘৰৰ জেউতি চৰে,
গৃহ-দেৱতাই থাকি ভাল পায়
দিনে আশীৰ্ব্বাদ কৰে।
বাঢে ধন-ধান আৰু যশ-মান
বন্দী-বেটী পৰিয়াল,
পাই মিঠা মাত হয় সবে শাঁত
নেথাকে যে আছুকাল।

---

## শিপিনী

কোন শিপিনীয়ে পৰীৰ কাহিনী
কাপোৰতে দিয়ে বই,
কাব্যছন্দে-গথা সপোনৰ কথা
আগত চানেকি থই !
গালত নাচে কাৰ ঘামৰে মুকুতা
গৰকাত নাচে ভৰি,
অতিকে শুৱনী লাৱনী বোৱনী
শিপিনী অসম-নাৰী ।

— ——

## দাৱনী

সুবগৰ লখিমী পথাৰত আছিলে
বুকুত মৰম সাঁচি,
ঘৰৰ লখিমীয়ে নিবলে আহিছে
হাতত নাচিছে কাচি ।
সউ যে দাৱনী চিকুণী লাৱনী
মুখত উলাহৰ গান,
কোচ পাতি লয় লখিমীৰ দান
আথোণী ধৰিছে মান ।

— — —

# জাপানী

সৰু সৰু চকু দুটি সউ জনী কোন ।
—ৰূপৱতী জাপানী-যুৱতী,
সিন্ধুখনি হাতৱেই পৰশত ৰাক
পৰিছেনে ভৰি বসুমতী ।
কি ফুল ফুলিছে সেই অগ্নি-পৰ্ব্বতত
কিনো মন্ত্ৰ শিকিছে জাপানে,
দেখিলেই কোনো ছবি চকুৰেই লেখি
সৃষ্টি কৰে পিছ দিনাখনে ।

———

# ইৰাণী

জাকে জাকে সউ ইৰাণী আহিছে
বেদনাৰ নিচিনা গাল,
নকলেৰে নিৰ আচল দকা দি
বুকুত মাৰিব শাল ।
মাইকী যদিও দেখাত সিহঁত
কামত মটাৰ বল,
বেহাত মুছুলি দেহাটো ৰাখিবি
ইৰাণীক নিদিবি চল ।

———

# খাচীয়ানী

খাচীয়া পৰ্ব্বতৰ পকা সুমথিৰা
খাবলই ভাল—
সাৱধান ডেকা লৰা, বান্ধ খাবি তাত
ৰব মায়াজাল!
প্ৰমীলা দেশত গই হই মছগুল
হেৰুৱাবি কুল,
ফুলি থক নাচি বাগি, চাই থাক তই
পৰ্ব্বতীয়া ফুল।

— —

# কাবুলী

কাবুলীয়ে ধন দিব মহাজন হই তোক
লব লাগে হাত পাতি,
মূল তো নেযায় কটা, সুতৰেতেই মাথোঁ তোৰ
বেচা যাব ঘৰ-মাটি।
নেখাই মৰিবি ভাল, তথাপি নলবি ধাৰ
নহবি লণ্ড-ভণ্ড,
দেখিলে উৰিব জীৱ, কাবুলী দিলেহি থিয়
হাতত যমদণ্ড।

— —

## কবি

শালিলে ব্যাধৰ কাঁড়ে এহালি কপউ
এটি তাৰ পৰিল মাটিত,
শোকন্তে শ্লোকৰ জন্ম—কবিৰ মুখত
কাব্য-বাণী হল উচ্ছ্বাসিত ।
ৰামগিৰি শিখৰত অভিশপ্ত যক্ষ
বিৰহত হল অভিভূত,
হয়তো নিজৰে কবি আঁকিছিল ছবি
ছন্দবদ্ধ হল মেঘদূত ।

---

## শিল্পী

কনক প্ৰতিমা সাজি শ্ৰীৰামচন্দ্ৰই
আৰাধিলে জনকনন্দিনী,
প্ৰিয়াস্মৃতি বিমণ্ডিত শিল্প চাতুৰ্য্যত
কলালক্ষ্মী নিজেই বন্দিনী ।
সাজিলে সিদৰে শিল্পী যমুনা তীৰত
অশ্ৰুঅৰ্ঘ্য কৰি নিবেদন,
মাৰ্বলৰ স্বপ্ন তাজ—প্ৰেমিক কবিৰ
প্ৰেমলীলা হল চিৰন্তন ।

---

## প্ৰেমিক

আছিল যীশু পৰম প্ৰেমিক
বিলালে প্ৰেম ক্ৰুচত উঠি,
প্ৰেমিক কৃষ্ণই যমুনা উজালে
প্ৰেমশস্য সিঁচি মুঠিয়ে মুঠি।
গুহকক সাৱটি শ্ৰীৰামচন্দ্ৰই
মিলালে আকুল প্ৰেমিক প্ৰাণ,
সবাৰো উপাৰ মানুহ সত্য
দ্বিজ চণ্ডীদাসে জুৰিলে গান।

———

## পুৰোহিত

দক্ষিণাৰ চিন্তা এৰি নিস্বাৰ্থ ভাৱেৰে
দিঠকত শয়নত
পৰহিত ব্ৰত যাৰ জীৱনৰ মন্ত্ৰ
অন্তৰৰো অন্তৰত;
নহক ব্ৰাহ্মণ তেওঁ—নহক পূজাৰী
তথাপিতো পুৰোহিত,
শীৰ্ষস্থান জগতৰ মঙ্গল যজ্ঞত
লভিবই সুনিশ্চিত।

———

## সত্ৰ

"হৰি নাম ৰসে বৈকুণ্ঠ প্ৰকাশে
প্ৰেম অমৃতৰ নদী
শ্ৰীমন্ত শঙ্কৰে পাৰ ভাঙি দিলে
বহে ব্ৰহ্মাণ্ডক ভেদি।"
সত্ৰই সত্ৰই সেই অমৃতৰ
বইছে নিৰ্ম্মল ধাৰ—
নিষিধাই কাকো সত্ৰ-অধিকাৰ
কৰা সকলোকে পাৰ।

———

## পূজাৰী

শিলৰ শালেগ্ৰাম ধুৱালে কেৱল
নপৰে কৰ্ত্তব্য শেষ,
শুনা হে পূজাৰি, বৈকুণ্ঠ-বিহাৰী
লৰে মানুহৰ বেশ।
নিজে নাৰায়ণ নৰমূৰ্ত্তি ধৰি
তোমাৰ পৰীক্ষা লয়
মানুহক ঘিণাই দেৱতাক পূজিলে
পূজা মূল্যহীন হয়।

———

## গোসাঁই

সত্ৰতে থাকিলে নহব গোসাঁই
জাতি-সংগঠন তোমাৰে গাত,
কত বলা পৰি মিছা ভেম মাৰি
ভাটীৰ খোলৰ শুনিছো মাত।
গেৰুৱাৰ দলে অসম জিনিলে
জাতি, কৃষ্টি ধৰ্ম্ম সকলো গল,
শঙ্কৰৰ দৰে বিপদ সংহাৰি
বঢ়োৱা জাতিৰ বুকুৰ বল।

———

## ভকত

তোৰ-তাল বালেই নহয় ভকত
বিষয়-বাসনা জপমালা যাৰ
দেৱলীয়া হই কেৱলীয়া হলে
নোৱাৰি বুজিব শাস্ত্ৰৰ সাৰ।
এঘটি পানীৰে শৰীৰ তিয়াই
ভাতৰ চকত ৰাখিলে জাত,
মুক্তিত নিস্পৃহ ভক্তিৰ সোৱাদ
নেপায় বিচাৰি কদাপি তাত।

———

## ওজাপালী

মাৰৈ-পূজাৰ ৰভাৰ তলত
উঠে ওজাপালী,
হাতৰ ভঙ্গীত কিষান সঙ্গীত
দিয়ে প্ৰাণ ঢালি ।
বিষহৰি কথা বেউলাৰ ব্যথা
উত্তৰাকাণ্ড ৰামায়ণ,
গায় ডাণ্ডিপাতি ওৰে দিনে-ৰাতি
শুনি শুদ্ধ হয় মন ।

---

## ভাওনা

চাইছানে কেতিয়াবা পুৰণি ভাওনা
দেখিছানে সূত্ৰধাৰ,
তাৰপৰা ভালখিনি গোটাই আনিলে
নহবনে উপকাৰ ?
আছে তাত ছয় ৰাগ ছত্ৰিশ ৰাগিণী
জাতিৰ প্ৰাণৰ তান,
চুকত ভেকুৰি যায় বুকুৰ ৰতন
গুৰুৰ আশীষ দান ।

---

## দেওধনী

চোলৰ হেৰত আচলৰ পৰা
নামে মন্দাকিনী—
চুলি মেলি মেলি ঢউ খেলি খেলি
নাচে দেওধনী ।
নাচৰ তালত সঙ্গীত-যমুনা
কৰে উজান-ভাটী —
প্ৰতি মূৰ্চ্ছনাত মনত পেলায়
মোহন অতীত-স্মৃতি ।

———

## বিহুনাচ

চাহাবে নাচিলে জগৰ নেলাগে
মেমৰ হাতত ধৰি,
আমিহে অসভ্য বিহুনাচ নাচি
এবুকু বোকাত পৰি
যৌৱনৰ হাঁহি গল আজি জহি
প্ৰাণত স্পন্দন নাই,
নৃত্য-ভঙ্গিমাত ম্লানিমা সোমাল
সভ্যতাৰ বাস্তৱ পাই ।

———

## বন্দন

এবা নাই বিভীষণ অমৰ ভীষণ
জাকে জাকে জন্মিছে বদন,
নাভাবে দেশৰ কথা জাতিৰ কল্যাণ
জানে মাথোঁ নিজ ঘৰখন।
নিজৰ তিৰুতা আৰু লৰা-ছোৱালীয়ে
মহাসুখে থাকিলেই হয়,
অসাৰ স্বাৰ্থত মজি নিজ জননীক
ঠেলি দিছে মৃত্যু মুখলই।

---

## গৰা-খহনীয়া

১-৪-৩৯

সৰু যে দেখিছা তিনিজুপি গছ
ডিবুক-লুইত মাজত আছে
'সেয়ে অসমীয়া শিৱসাগৰৰ'
সিও লীন হ'ব দুদিন পাছে।
কত অসমীয়া আছিল তাতেই
কত ডাঙৰীয়া, বিষয়া দল,
গৰা-খহনীয়া আহিল যেতিয়া
লুইতে সবাকে কৰিলে তল।

---

## চকৰা

চকৰা আহিছে পকৰাৰ দৰে
হাবি বন ভাঙি কৰিছে খেতি,
ভোদা অসমীয়া তাতে এলেহুৱা
এৰি গুচি যায় ঘৰব ভেটি।
বছাই পাইছে বাগুহৰ ধন
মেম্বৰসকলে পাইছে ভোট,
বকৰা ফুকনে চিনিছে মৰণ
কাল-অজগৰে মাৰিছে খোঁট!

---

## চোৰাং-কানি

চোৰাং-কানিৰ বেহা চলায় কিমানে
পাবা যদি কোৱাচোন জানি,
ধুনীয়া 'বাগানবাৰী' আৰু হাৱাগাড়ী
কানিয়েই দিছে হেনো আনি।
লাওলোৱা কানীয়াৰ তেজ চুহি খোৱা
এই বেহা যদিও পাতক,
ৰক্ষকে ভক্ষক হয়, চোৰেই শিক্ষক
চিনা টান এই জগতক।

---

## দিল্লীকা লাড্ডু

বিল্লীকা লাড্ডু খাইছানে ভাই ?
খোৱাই পোন্তাই কয়,
নোখোৱায়ো পুন্থ সমানে পোন্তায়
জিভাব পানী বয় ।
বিয়াও আমাব ঠিক ভেনেকুৱা
দিল্লীব লাড্ডু প্রায়
কৰালে আপদ, নকৰালে বিপদ
এটাতো যে শান্তি নাই ।

---

## ফাক্কা আৱাজ

ফাক্কা আৱাজত চলিছে দুনিয়া
মক্কা মদিনা জগন্নাথ,
কাশী গয়াধাম যাক জাহান্নাম
অসাব বাইবেল পাঠ !
ধৰ্ম্ম আছে সঁচা, কেই জনে মানে
ফাক্কা আৱাজ কৰিলে কি হব,
ধাৰ্ম্মিক থাকিলে আজি পৃথিৱীত
এনুৱা দুৰ্গতি নোৱাবে বব ।

---

## খনিকৰ

এজন মাখোন আছে খনিকৰ
আমি কিন্তু দেখা নাই,
তেওঁৰে হাতৰ নানা ভৰছৰ
বস্তু হলে আছোঁ চাই।
জোন বেলি ভৰা বিশ্ব বসুন্ধৰা
সিজনে হাতেৰে গঢ়া,
মাটিৰ মানুহে কি সাহে বিচাৰে
তেওঁতোক হৰলৈ চৰা!

---

## সদাগৰ

তোমাৰ ভিতৰত কিহৰ বণিজ
কোৱা হেৰা সদাগৰ,
বহু দিন হল আহিলা এলাই
কাহানি চাপিবা ঘৰ?
সাৱধান হবা নতু ঠগ খাবা
ই যে ভয়ানক ঠাই,
আচলক এৰি নকল নলবা
থিতাতে সন্তৌষা পাই।

---

## হালোৱা

জনক বজাই হালব ফালত
লভিলে কনক সীতা,
সেই দিন নাই আজি হালোৱাই
জীৱন ভাবিছে তিতা।
খাজানাই টেঁচি ধৰিছে টেঁটুত
তাতে মহাজনৰ ধাৰ
অগতিৰ গতি জগতৰ পতি
তুমি আহি কৰা পাৰ।

## বনুৱা

জাগিছে বনুৱা ৰণৰ বণুৱা
হাতত নিছান লই,
সত্ব-বন্ধ হলে মৰণ নহয়
জয় গান্ধিজীৰ জয়!
কৰি ধৰ্ম্মঘট মিলাই সঙ্কট
মালিকৰ বিপৰ্য্যয়,
যত ন্যায্য দাবি খোজে হাত পাতি
বুকু ফিন্দুৱাই বয়।

## হজুৰ

মজুৰৰ দলে হজুৰক আজি
কই দিছে স্পষ্ট কথা,
মচি গাৰ ঘাম কৰি দিছো কাম
গুচোৱা পেটৰ ব্যথা।
নিদিওঁ বাঢ়িব টকাৰ দৌলত
লাগিব সামান্য ভাগ,
নহলে মকৰো তোমাৰ কাৰণে
আমাৰ জীৱন আগ।

## মজুৰ

হজুৰে বুজিছে ভল গল আজি
সান্দহখোৱা বালি,
আগৰ নিচিনা মটৰ দৌৰাই
নোৱাৰ ধৰিব চালি।
পামৰ পাৰ নিজলে সামৰ
আৰুতো সিদিন নাই,
উকলিল সেই চেলামৰ দিন
জাগিছে বমুৱা ভাই।

# মাটিৰ পৃথিৱী

মাটিৰ পৃথিৱীখনি ইমান সুন্দৰ
জন্মজন্মান্তৰে মোৰ অভিনয়-ঘৰ।
মাটিৰ মানুহ মই, মাটিতে তৃপিতি
মাটিৰ সজাত কৰে আত্মাই বসতি।
ফুলে-ফলে জলে-স্থলে মাটিৰে মহিমা
মাটিতে মিলিছে সউ দিগন্ত নীলিমা।
মাটিৰ মায়াতে মুগ্ধ মানৱী জীৱন
মাটিৰ পাটীতে ৰাতি অনন্ত শয়ন।

# সুখ-দুখ

সুখ সুখ বুলি জগত ভ্ৰমিলো
কাৰেঙ কুটীৰ সমানে ঘূৰিলো,
যাকে যতে পালো সৱাকে সুধিলো
প্ৰকৃত সুখৰ বাতৰি নেপালো!
অন্তৰত থকা দেৱতাই মোৰ
সমিধান তাৰ থোৰতে দিলে—
সুখ-দুখ মাথোঁ মনৰ কল্পনা
আত্ম-সন্তোষতেই সুখ মিলে।

## জীৱন

জীৱনৰ পিচে মৰণ হয়
মৰণৰ পিচে জীৱন আছে,
জীৱন-মৰণ অভেদ্য সাঁথৰ
চকুৰ আগত নিতউ হাঁহে।
বুজিও নুবুজো, নুবুজিও বুজো,
দেখিও নেদেখো মানৱী মায়া,
অৰ্থ নে অনৰ্থ, সাৰ্থক নে ব্যৰ্থ
এই যে জীৱন পোহৰ নে ছাঁয়া!

— — —

## যৌৱন

বাৰিষাৰ সুইতত জলকুঁৱৰীৰ
বিপুল অভিযান—
মানুহৰ যৌৱনত কামদেৱে ধৰে
ফুলাম পঞ্চ-বাণ।
বছৰি বছৰি জলৰ কুঁৱৰী
ঢেউ খেলি গীত গায়,
যৌৱন কুমলীয়া এবাৰ মৰহিলে
ঘূনাই পাবলে নাই।

— —

## তীৰ্থফল

তীৰ্থলৈ যাওঁ বুলি ওলাল কাৰ্ত্তিক
ম'ৰাৰ পিঠিত উঠি,
গণেশৰ এন্দুৰৰ খোজ দেখা পালে
প্ৰতি তীৰ্থতেই ঘূৰি।
কোনো কালে যোৱা নাই গণেশ গোসাঁই
মাতৃকে আবাধি বল,
জননীৰ চৰণতে বুজিলে কাৰ্ত্তিকে
সকলো তীৰ্থৰে ফল।

———

## মহাপ্ৰসাদ

জগন্নাথৰ মহাপ্ৰসাদত
জাতি-বিচাৰ নাই,
স্পৃশ্য-অস্পৃশ্য সন্নাই সমানে
এখন পাততে খায়।
সক বৰ সন্নাই মিলি
মহাপ্ৰসাদ মৰত ভাল
আহাঁ হে যিমান ভাৰতবাসী,
কৰো এবাৰ কোলাকুলি

———

# বাণিজ্য

চাকৰিৰ ধন বাকৰিত যায়
দুগুণে লাভ কৃষিত হয়,
বাণিজ্যতে কৰে লক্ষ্মীয়ে বসতি
শাস্ত্রয়ো তাকে দঢ়াই কয়।
বুজিছে যি দেশে বাণিজ্যৰ মোল
কল-কাৰখানা কৰিছে হাত,
সেয়ে আজি হায় বুকু ফিন্দুৱাই
ভীমৰ শকতি লভিছে গাত।

---

# কৃষি

সুজলা সুফলা শস্য-শ্যামলা
কৃষি-সুশোভিতা আমাৰ দেশ,
কৃষিয়ে বঢ়ায় দেশৰ জেউতি
বিশ্ব-বিমোহিনী পিন্ধাই বেশ।
পুৰণি কলীয়া হালৰ ফালত
বিজ্ঞানৰ মন্ত্র কৰিলে যোগ,
ধনে ধানে ভৰা হয় বসুন্ধৰা
নপাৰে যে শেষ কৰিলে ভোগ।

---

## অমৃত

যি অমৃত খালে অমৰ হয়
সেইনো অমৃত কত,
নাই সি অমৃত এই মৰতত
আছে স্বৰগত।
মৰতত্তো ভাই অমৃত আছে
অমৰত্ব কৰে দান,
দেশৰ কাৰণে দহৰ কাৰণে
দিবলে' পাৰিলে প্ৰাণ।

---

## ঘৰ

অতি মৰমৰ মোৰ দেশখনি
অতি মৰমৰ ঘৰ,
অতি মৰমৰ মাটিকণা তাৰ
অতিশয় মনোহৰ।
আছে তাত মোৰ আপোনাৰ জন
বয় ধাৰ মৰমৰ,
বাৰিষা উকষা খৰালি শুকুৱা,
যদিও জুপুৰি ঘৰ।

---

## ঘৰৰ সুখ

লোকৰ ঘৰত ঘিউ-মউ খায়ো
কদাপি নেলাগে ভাল,
হংসতুলী পাৰি অপেস্বৰা তাত
যদিও ধৰেহি আল।
নিজৰ ঘৰৰ শাক শোকোতাকো
অমৃত সমান পায়,
নিজৰ ঘৰত আছে যিটো সুখ
আনৰ ঘৰত নাই।

---

## আতিথ্য

দধি-দুগ্ধ ঘৃত-মধু চৰ্ব্বিচ্ছ ব্যঞ্জন
কৰি প্ৰত্যাখ্যান,
খুজি-খোৱা বিদুৰৰ খুদকণা খাই
তুষ্ট ভগৱান।
দুখীয়াৰ পজাতেই নাৰায়ণে আহি
স্বৰ্গসুখ পায়
অকৃত্ৰিম অন্তৰৰ সৰল আতিথ্য
কাৰেঙত নাই।

---

## ধনী

নাথাকিব পাৰে ধন হেজাৰে হেজাৰে
তথাপিতো ধনী কাক কয়,
কিয় বাৰু হেমাঙ্গিনা হিমনন্দিনীক
শ্মশানৰ দিগম্বৰে লয় ?
কাৰেওতো দুৰ্যোধনে নেপালে বিচাৰি
এশ আঠ সোণৰ পদুম,
ধনহীন ধনঞ্জয়ে ৰণ জয় কৰি
আনি দিলে আকাশী কুসুম।

---

## কৃপণ

কৃপণৰ ধন থাকে পেটাৰিত ভৰি
চাই চাই পায় মহাসুখ,
কেমুৰা ধনৰ বাৰু সাৰ্থকতা কত
দিনে ৰাতি দিয়ে মাথোঁ দুখ।
বাকু-ভঁড়ালত আছে সকলোৰে ধন
ইচ্ছা হলে চাবলই পাৰি,
লাখপতি সদাগৰ হলেও কৃপণ
ধনী তাক বুলিব নোৱাৰি।

---

## ধনাৰ্জ্জন

বেশ্যায়ো আৰ্জ্জছে ধন মূল্য নাই তাৰ
হব পাৰে অপ্লাবিত,
সজ বাটে অৰ্জ্জা ধন হক অলপীয়া
তাকে কয় মহাবিত ।
ধন ধন বুলি নিলে মিছাতে জীৱন
তৃষ্ণা মাথোঁ বাঢ়ি যায়,
বিলালে যি ধন বাঢ়ে লাগে সেই ধন
সপ্পৃৰতো যাক পায় ।

## সঁাচতীয়া ধন

লোককো নকৰি দান, নিজেও নাখায়
সঁচা অৰ্থ নাই,
যৰে বস্তু ভতে বয়, মৰিলে সি ধন
লগত নেযায় ।
অৰ্থই অনৰ্থ বুলি জ্ঞানীজনে কয়,
কৰি উপাৰ্জ্জন
এনে ভাৱে কৰা ব্যয় সেয়ে যেন হয়
যুগমীয়া ধন ।

— — — —

# ভোগ

ভোগৰ লালসা পেটত থাকিলে
কদাপি নহয় ভাল,
ভোগ কৰি লোৱা ৰোগ আঁতৰোৱা
নহলে যে আহকাল।
ভোগ নকৰাকৈ' হব পাৰা ত্যাগী
যদিহে সুযোগ মিলে,
গৰজি উঠিব অন্তৰৰ পিশাচ
নিবলই ৰসাতলে '

---

# ত্যাগ

ভোগে আমুৱালে ত্যাগৰ সোৱাদ
অৱশ্যে বিচাৰি পায়,
ৰজা হৰিশ্চন্দ্ৰ হলে সৰ্ব্বত্যাগী
কবলই একো নাই।
খুজি-খোৱা জনে যদি ঘনে ঘনে
ত্যাগৰ মহিমা গায়,
তেন্ত্ৰা ত্যাগৰ স্বদেশ-প্ৰেমৰ
জানিবা সজ্ঞাত নাই !

---

## প্ৰেম

নিজক ভালপাই আনক পাহৰিলে
তাকভো নোবোলে প্ৰেম,
মানুহৰ দুখত মানুহ পমিলে
পায় অলঙ্কাৰ হেম।
সবাকে সমানে আঁকোৱালি ধৰি
উবুৰাই দিলে হিয়া,
স্বৰ্গীয় প্ৰেমৰ ঢউ এটি আহি
কৰি থব মতলীয়া।

---

## ভেম

মোৰ ঘৰ-বাৰী মিছা ভেম মাৰি
থাকিবা কিমান দিন,
সজা বব পৰি পখী যাব উৰি
ভৰিবে মোহাৰি চিন।
মোৰ খাট-পাম ধন যশ নাম
নোৱাৰা লগত নিব,
অসাৰ ভেমৰ একো কাজ নাই
ধূলিত মিহলি হব।

---

## চিচেম্ ফাক

চিচেম্ ফাক বুলি গুহা-দ্বাৰ মেলি
আৰব্যৰ উপন্যাস,
যি ধন দেখুৱালে আজিও যে তাৰ
হোৱা নাই মূল্যহ্রাস।
কোনেনো শিকাব মন্ত্র চিচেম ফাকৰ
গুপুত বাতৰি দিব,
জীয়াই থাকোতে মই স্বৰ্গৰ দুৱাৰ
আগত মুকলি হব।

---

## মঞ্জিয়ানা

অধিকাৰী হই এই পৃথিৱীতে
বিচাৰিছো দুনিয়ানা,
পদে পদে আজ জীৱন বাধৰ
লাগে মোক মঞ্জিয়ানা।
চিনি পোৱা নাই বুকুতেই মোৰ
শুই আছে সেই বাঁদী,
জগাব পাৰিলে দুনিয়া লুটিম
তায়ো হব চাহাজাদী।

---

# আলাদ্দীনৰ চাকি

আলাদ্দীনৰ চাকি কদাপি নহয় ফাঁকি
মোৰ পেটাৰিতে পায়,
ঘঁহা নাই বহু দিন মামৰে মাৰিছে চিন
জনা নাই লৰ চাই।
কৰিলেই ব্যৱহাৰ দিব মোক নমস্কাৰ
কাম ক্রোধ ৰিপুচয়,
কৰি দিব যত কাম বাখি মোৰ খোচনাম
বহতীয়া দৈত্য হই।

---

# চিন্দবাদৰ জলযাত্রা

চিন্দবাদ নাবিকে সাতবাৰ মাথোঁ
কৰিছিল জলযাত্রা.
হেঙাৰ বিজাৰ বিপদ আপদ
জোখত নাছিল মাত্রা।
ময়ো চিন্দবাদ জলযাত্রা কৰি
আহিছো গইছো কিমান বাৰ,
উটিছো বুৰিছো মৰি জনমিছো
পামনো কেতিয়া বেজাৰ সাৰ !

---

# মনৰ বল

সাবিত্ৰীয়ে জানিছিল অল্প-আয়ু সত্যৱান
তথাপি কৰিলে পণ—
সত্যৱানকেই দিব বৰণৰ মালাধাৰি
দিব মৰেণৰে ৰণ ।
অপুত্ৰকে পুত্ৰ পালে অন্ধই চকুৰে চালে
শমন পৰাস্ত হল,
সাবিত্ৰী লভিলে জয় বিপদ নকৰি ভয়
বুকুত মনৰ বল ।

---

# ধৰ্ম্মঘট

ভালকে' চলাবা পাঁচোটি চাকৰ
নহলে বিপদ হব,
পাঁচোটিয়ে মিলি বেহা দিব তুলি
দেহাই বিদায় লব ।
পাঁচ ইন্দ্ৰিয়ই পাতিলে মন্ত্ৰণা
কৰিলে ধৰ্ম্মঘট,
এক মুহূৰ্ত্তও নোৱাৰা থাকিব
ভিটিৰ জগতত ।

---

## ঘোৰদৌৰ

ঘোৰদৌৰ চাবলৈ আহিছে প্ৰজা
লাগিছে হেন্দোলদোপ,
কোনোবা জিকিছে কোনোবা ঘাটিছে
বঙ-বেৰঙৰ ৰূপ
বঙা বগা হুই জীৱনৰ ঘোৰা
সবিৰ লাগিছে ঠাঁয়—
জিকিছো কিমান ঘাটিছো কিমান
তাৰ যে হিচাপ নাই।

---

## লক্ষ্যভেদ

গুৰুৱে সুধিলে কি কি দেখিছা ?
শিষ্যে ভিনে ভিনে কয়—
দেখিছো সকলো বস্তু ভিনে ভিনে
আগত যিমানে বয়।
অৰ্জ্জুনে বুলিলে কেৱল মাথোন
দেখিছো পখিৰ চকু,
আদেশিলে গুৰু— কৰা লক্ষ্যভেদ
ভয় আৰু নাই একো।

---

## স্বৰ্ণ-মৃগ

জগত ঈশ্বৰ শ্ৰীৰামচন্দ্ৰই
স্বৰ্ণমৃগ খেদি যায়,
পৰিণাম তাৰ হল অতিচাৰ
কান্দিলে জানকী আই।
মৰতৰ মানুহ আমি কোন কুটা
ৰাক্ষসী মায়াত মুগ্ধ,
খেদিছো নিতউ সোণৰ হৰিণা
হওঁ নিজে অৱৰুদ্ধ।

---

## ছফুট মাটি

হেলাৰে যি জনে খুজিলে এদিন
গোটেই য়ুৰোপ কৰিব জয়,
যাৰ অভিধানত অসম্ভৱ নাই
সেই নেপোলিয়নে কয়ঃ—
বান্ধিলো টোপোলা ভিতৰি ফোপোলা
নামিছে এন্ধাৰ, আহিছে ৰাতি,
নেপাবো এতিয়া বিছনা পাৰিব
নিজ অধীনৰ ছফুট মাটি।

---

## ফুটা-কড়ি

ৰজাৰ ভড়ালত যি ধন নাই
মোৰ ভড়ালত আছে,
এই কথা গাই ফিছা নচুৱাই
টুনিয়ে ডালত নাচে।
ডাল গল ভাগি টুনি গল উৰি
বাহু তাতে বল পৰি,
দেখিলে সৱাই আছিল জহাই
এটা মাথো ফুটা কড়ি।

---

## শুদা-হাত

কফিনৰ পৰা হাত উলিয়াই
আলেকজেণ্ডাৰে কয়—
পৃথিবীৰ বিত্ত পৃথিৱীতে এৰি
শুদা হাতে যাওঁ মই।
ধনকে বিচাৰি জিনিলো জগৎ
ইমূৰ সিমূৰ ঘূৰি
চিৰ জগৰীয়া নিজ ধন মোৰ
আগতে গলগে' উৰি।

---

# শেষ-কথা

কবলগা বহু কথা  থাকি গল কবলই
সেইবাবে নেপালো আহৰি,
কল্পনাই নাচিবা'গ  লই গল দূৰলই
বলো মই নিজকে পাহৰি
সুৰদি সপোন মোৰ  ইঠাতে পৰিল ভৰ
ইমানতে মাগিলো বিদায়,
এৰি গলো মালাধাৰি  ঢাৰ' দেই লাবিচাৰি
মৰষিবা যত দোষ-দায় ।

---



## —ঃ মাতৃ-পূজার অর্ঘ্য ঃ—

### —নাট—

নরকাসুর (সংশোধিত পরিবর্দ্ধিত ২য় সংস্করণ) ৸০

বেউলা ৸০, কনোজ কুমারী (২য় সংস্করণ যন্ত্রস্থ) ১৲

নন্দ দুলাল ৸০, কুরুক্ষেত্র ৸০ শ্রীরামচন্দ্র ৸০

সাবিত্রী ॥০ মঞ্জিয়ানা ॥০ কল্যাণী ৵০

শকুন্তলা ১

### —কবিতা

শাশ্বজল ।৶০ দীপালী (৩য় সংস্করণ)

মুক্তা মালা (আটাশ অষ্টপদী) ॥৵

মণি মালা (আটকুড়ি চতুর্দ্দশপদী)